# অসম সাহিত্য সভা

# বাৰ্ষিকী




ঊনচত্বাৰিংশ ধুবুৰী সন্মিলন

১৯৭২ চন

# অসম সাহিত্য সভা বাৰ্ষিকী

ধুবুৰী ( উনচত্বাৰিংশ ) সন্মিলন


শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

প্ৰধান সম্পাদক

অসম সাহিত্য সভা






১৯৭২

অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট

ASAM SAHITYA SABHA VARSIKI, DHUBRI (UNA-SATWARIMSA) SANMILAN. Addresses, Reports, etc. of the Thirty-ninth Annual Conference of ASAM SAHITYA SABHA, held at Dhubri, on the 7th, 8th and 9th April 1972, edited and published with the help of donation from the Reception Committee at Dhubri by Sri Jatindranath Goswami, General Secretary, Asam Sahitya Sabha, from Chandrakanta Handiqui Bhavan, Jorhat, Assam, December 1972.

প্ৰকাশক :
শ্ৰীযতীন্দ্ৰনাথ গোস্বামী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১, অসম

বেচ ৩·০০ তিনি টকা

মুদ্ৰক :
পূৰ্ব্বদেশ মুদ্ৰণ
ৰিহাবাৰী
গুৱাহাটী-৮

# নিবেদন

অসম সাহিত্য সভাই প্ৰতিখন বাৰ্ষিক সন্মিলনৰ মূলসভাৰ সভাপতিৰ অভিভাষণকে ধৰি ভাষণাৱলী আৰু অন্যান্য তথ্যপাতি সম্বলিত 'অসম সাহিত্য সভা বাৰ্ষিকী' প্ৰকাশ কৰাৰ ৰীতি চলি আহিছে।

এই বছৰ এপ্ৰিল মাহৰ ৭, ৮ আৰু ৯ তাৰিখ শুক্ৰ, শনি আৰু দেওবাৰে পুৰাণ প্ৰসিদ্ধ ধুবুৰী চহৰত প্ৰবীণ সাহিত্যিক শ্ৰীহেম বৰুৱাৰ সভাপতিত্বত অসম সাহিত্য সভাৰ উনচত্বাৰিংশ সন্মিলন অনুষ্ঠিত হয়। 'অসম সাহিত্য সভা ধুবুৰী (উনচত্বাৰিংশ) সন্মিলন' পুথিত উক্ত অধিবেশনৰ সভাপতিসকলৰ অভিভাষণৰ উপৰি সভাৰ এটা বিৱৰণ সন্নিবেশ কৰা হৈছে।

এই পুথি প্ৰকাশৰ কাৰণে ধুবুৰীৰ অভ্যৰ্থনা সমিতিয়ে অসম সাহিত্য সভাক তিনিহেজাৰ পাঁচশ টকা দান দিয়াৰ কাৰণে আমি শলাগ জনাইছোঁ। কেন্দ্ৰীয় কাৰ্য্যালয়ৰ সহকাৰী সম্পাদক অধ্যাপক শ্ৰীডিম্বেশ্বৰ শৰ্ম্মাই ধুবুৰী সন্মিলনৰ এটা সমীক্ষা যুগুত কৰাৰ কাৰণে আৰু পূৰ্ব্বদেশ মুদ্ৰণৰ স্বত্বাধিকাৰী সকলে পুথিখন প্ৰকাশ কৰাত বিশেষ যত্ন লোৱাৰ বাবে আমি তেওঁলোকক ধন্যবাদ জনাইছোঁ।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট–১
৪।১২।৭২

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

## সূচীপত্ৰ



আদৰণী সমিতিৰ সভাপতি—শ্ৰীদীনেশ ৰঞ্জন সৰকাৰ



সন্মিলনৰ পতাকা উত্তোলন কৰি পদ্মশ্ৰী নলিনী বালা দেৱীয়ে ভাষণ দিছে



শোভাযাত্ৰাৰ একাংশ



আলোচনা চক্ৰৰ সভাপতি

শ্ৰীখগেন্দ্ৰ চন্দ্ৰ বৰুৱা



বুৰঞ্জী সন্মিলনৰ সভাপতি

ডঃ হেৰম্বকান্ত বৰপূজাৰী

## অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ

অসম সাহিত্য সভাৰ ৩৯তম ধুবুৰী অধিবেশনৰ সভাপতি মাননীয় অধ্যক্ষ বৰুৱা ডাঙৰীয়া; উদ্বোধক ডাঙৰীয়া; অতিথিবৃন্দ; প্ৰতিনিধি সকল আৰু সেৱাৰথলি ৰাইজ।

জয়জয়তে সকলোৱে মোৰ সেৱা গ্ৰহণ কৰিব। আজিৰ এই শুভ মুহূৰ্ত্তত মই অভ্যৰ্থনা সমিতিৰ হৈ আৰু ধুবুৰী তথা গোৱালপাৰা জিলাৰ সমূহ ৰাইজৰ হৈ আপোনালোকলৈ আদৰণীৰ শৰাই সানুনয় নিবেদন কৰিছোঁ। আপোনালোকৰ দৰে বিজ্ঞ আৰু সাহিত্যৰথিক সাদৰ সম্বৰ্দ্ধনা জনাবলৈ সুযোগ পাই আমি ধুবুৰীবাসীয়ে ধন্য মানিছোঁ। প্ৰথমতে এটা কথাত আমাৰ ক্ষমা খুজিব লগা হৈছে। এই অধিবেশন পতাত তিনিবাৰ আমি তাৰিখ পিছুৱাবলৈ বাধ্য হৈ অৱশেষত এই মাহত এই অনুষ্ঠান পাতিছোঁ। যোৱা ডিচেম্বৰ-জানুৱাৰী মাহত এই অধিবেশন পতাৰ কথা আছিল; কিন্তু পাকিস্থানে ভাৰত আক্ৰমণ কৰাত ভাৰত পাকিস্থানৰ মাজত যুদ্ধ আৰম্ভ হোৱাৰ কাৰণে এই অধিবেশনৰ অনুষ্ঠান জানুৱাৰী মাহলৈকে স্থগিত ৰাখিব লগা হ'ল। জানুৱাৰী মাহত অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী তথা এই অভ্যৰ্থনা সমিতিৰ মুখ্য পৃষ্ঠপোষক শ্ৰীযুক্ত মহেন্দ্ৰমোহন চৌধুৰীয়ে আমাৰ ৰাষ্ট্ৰপতিক লগ ধৰি আমাক জনায় যে মাৰ্চ্চ মাহত এই অধিবেশন অনুষ্ঠিত হলে তেখেতে ইয়াৰ উদ্বোধন কৰিব পাৰিব আৰু লগতে শ্ৰীচৌধুৰীয়ে এই অধিবেশন মাৰ্চ্চ মাহত পাতিবলৈ আমালোকক অনুৰোধ কৰে। গতিকে ভাৰতৰ ৰাষ্ট্ৰপতিয়ে এই অধিবেশন

মুকলি কৰিলে অসম সাহিত্য সভাৰ বুৰঞ্জীত এটা বৈশিষ্ট্যময় ঘটনাৰ সমাবেশ হব বুলি ভাবি আমি শ্ৰীচৌধুৰী আৰু আমাৰ মন্ত্ৰী শ্ৰীচৈয়দ আহ্মদ আলিৰ প্ৰস্তাৱ গ্ৰহণ কৰোঁ। ইতিমধ্যে সাধাৰণ নিৰ্ব্বাচনৰ নিৰ্ঘণ্ট নিৰ্দ্দিষ্ট হৈ যায়। গতিকে ফেব্ৰুৱাৰী মাহৰ এখন সভাত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰীযুক্ত যতীন্দ্ৰনাথ গোস্বামীৰ উপস্থিতিত এই তাৰিখত এই অধিৱেশন পতাৰ সিদ্ধান্ত লবলৈ আমি বাধ্য হওঁ। এতিয়া পৰম কৰুণাময়ৰ ইচ্ছাত আৰু আপোনালোকৰ সহায়-সহৃদয়তাত এই অধিৱেশনৰ কাৰ্য্যসূচী আৰম্ভ কৰিবলৈ পাই আমি কৰ্ম্মীসকলে নিজকে ধন্য মানিছোঁ।

আপোনালোকে অসম সাহিত্য সভাৰ এই ৩৭তম্ অধিৱেশনত যোগ দিবলৈ সমবেত হোৱা এই ধুবুৰী চহৰখন সৰু হলেও বৈশিষ্ট্যপূৰ্ণ। পদ্মপুৰাণৰ স্মৃতি বিজৰিত সতী সাধ্বী বেহুলাই মৃতস্বামী লক্ষীন্দাৰক জীৱন দানৰ আশাত ভেলত তুলি নৈৰ সোঁতত ভটিয়াই যাওঁতে ব্ৰহ্মপুত্ৰৰ পাৰত কাপোৰ ধুই থকা নেতাই নামেৰে এজনী ধুবুনীৰ কাপোৰ ধোৱা ঘাট এই ধুবুৰীতে অৱস্থিত। আচল ঘাটটো ব্ৰহ্মপুত্ৰৰ গড়াখহনীয়াৰ কবলত পৰি বৰ্ত্তমান উত্তৰ-পূৰ্ব্ব কোণত ব্ৰহ্মপুত্ৰ আৰু গদাধৰ উপনৈৰ সঙ্গম-স্থলতে নিমজ্জিত হৈ আছে। সেই নেতাই ধুবুনীৰ আলম লৈয়ে ধুবুৰী নাম হৈছে বুলি ধৰা হয়। নেতাই ধুবুনী ঘাটৰ নিচেই ওচৰতে পবিত্ৰ পাচপীৰৰ দৰগাহ বিৰাজমান। মিৰজুমলাই অসম আক্ৰমণ কৰা সময়ত তেওঁৰ লগত অহা স্বাহ আকবৰ, স্বাহ বগমাত, স্বাহ শ্বৰণ, স্বাহ সুফী আৰু স্বাহ কামাল নামেৰে দেহত্যাগ কৰা পাচজন পীৰৰ এই সমাধিস্থলত জাতি-ধৰ্ম্ম নিৰ্ব্বিশেষে মুনিহ-তিৰোতা লৰা-ছোৱালীয়ে চাকি মমবাতি জ্বলাই দি বিপদৰ পৰা উদ্ধাৰৰ বাবে প্ৰাৰ্থনা জনায়। এই ধুবুৰীৰে পূৰ্ব্ব প্ৰান্তত ব্ৰহ্মপুত্ৰৰ পাৰত অৱস্থিত শিখ মন্দিৰ আৰু এটা পবিত্ৰ পীঠস্থান।



মোগল আক্ৰমণৰ কালছোৱাতে শিখধৰ্ম্মৰ গুৰু তেগবাহাদুৰে ইয়াত অৱস্থান কৰি শিখ ধৰ্ম্মৰ মূলমন্ত্ৰ প্ৰচাৰ কৰে। তাহানি কালৰে পৰা ধুবুৰীৰ বুকু আৰু ইয়াৰ পাৰ্শ্ববৰ্ত্তী অঞ্চলে নানান মঠ, মন্দিৰ, নামঘৰ, মচজিদ আদিৰে পৰিপূৰ্ণ পুণ্যভূমি কৰি ৰাখিছে। বিভিন্ন ধৰ্ম্মৰ সঙ্গম স্থল এই পবিত্ৰ ভূমি চিৰ চেনেহী অসমীয়া ভাষা জননীৰ সেৱাৰ বেদী হিচাবেও সুপৰিচিত। বগৰিবাৰীৰ পবিত্ৰ মহামায়া পীঠ, মানিকাচৰৰ কামাখ্যা পাহাৰৰ দেৱালয় আৰু পানবাৰীৰ মিৰজুমলাৰ মছজিদৰ ঐতিহাসিক বৈশিষ্ট্য এইখিনিতেই উল্লেখ কৰিব পাৰি।

অসমীয়া ভাষা আৰু সাহিত্য চৰ্চ্চাত জাতিধৰ্ম্ম নিৰ্ব্বিশেষে ধুবুৰীৰ বাইজে সাতামপুৰুষৰ পৰাই বিশেষ অনুৰাগ আগবঢ়াই আহিছে। ১৯২৬ চনত শ্ৰদ্ধেয় বেণুধৰ ৰাজখোৱাৰ সভাপতিত্বত অসম সাহিত্য সভাৰ নৱম অধিৱেশন এই ঠাইতে পতা হয়। ১৯৭৬ চনত মাননীয় বেণুধৰ শৰ্ম্মাৰ পৌৰোহিত্যত অসম সাহিত্য সভাৰ ৰূপালী জয়ন্তী অধিৱেশনো মহাসমাৰোহেৰে উদ্‌যাপন কৰিবলৈ পাই ধুবুৰীবাসীয়ে ধন্য মানে। সেই অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ গুৰুদায়িত্ব বহন কৰিছিল সীমান্ত প্ৰহৰী শ্ৰদ্ধেয় প্ৰমথ নাথ চক্ৰৱৰ্ত্তীদেৱে। অসমীয়া ভাষা প্ৰেমিক চক্ৰৱৰ্ত্তী ডাঙৰীয়াই ১৯২৩ চনত অসম সাহিত্য সভাৰ ধুবুৰী শাখা সংগঠন কৰি এই অঞ্চলত জাতীয় জীৱনৰ এটা বৈপ্লৱিক আলোড়ন আনি দিয়ে। তেখেতে ১৯২৯ চনৰ অসম সাহিত্য সভাৰ যোৰহাট অধিৱেশনত বুৰঞ্জী শাখাৰ সভাপতিৰ পদ অলঙ্কৃত কৰে। ১৯৫৫ চনত ভাষাৰ ভিত্তিত ৰাজ্য পুনৰগঠন কৰা সময়ত যিসকল নেতাই গোৱালপাৰা জিলাক অসমৰ অবিচ্ছেদ্য অঙ্গ হিচাবে যুক্তি দৰ্শাই আয়োগক প্ৰত্যয় মনাব পাৰিছিল তাৰ ভিতৰত মাননীয় চক্ৰৱৰ্ত্তীদেৱ আছিল অন্যতম। আজি সেই সীমান্ত প্ৰহৰী জনৰ অভাৱ মৰ্ম্মে মৰ্ম্মে অনুভৱ কৰিছোঁ। তেখেতৰ

আত্মালৈ আমাৰ আন্তৰিক শ্ৰদ্ধা তৰ্পণ নিবেদন কৰিলোঁ। অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীয়ে তেখেতক পাহৰিব নোৱাৰে। ১৯৬৫ চনৰ আগষ্ট মাহৰ ২১ তাৰিখে অসম সাহিত্য সভাই চক্ৰৱৰ্ত্তী ডাঙৰীয়াক সম্বৰ্ধনা জনাওঁতে পূজনীয় ডিম্বেশ্বৰ নেওগে সভাপতিৰ আসনৰ পৰা কৈছিল, "প্ৰমথ চক্ৰৱৰ্ত্তীক অভিনন্দিত কৰি অসম সাহিত্য সভা নিজে অভিনন্দিত হ'ল।" তেখেতৰ কৰ্ম্মশক্তি আৰু প্ৰেৰণাই আমাক আগুৱাই লৈ যাব বুলি আশা ৰাখিছোঁ। এই প্ৰসঙ্গতে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি এই জিলাবাসী ৺নগেন্দ্ৰ নাথ চৌধুৰী আৰু ৺অমৃতভূষণ অধিকাৰীৰ নামো উল্লেখযোগ্য। অসম সাহিত্য সভাৰ পলাশবাৰী অধিবেশনৰ কৃষ্টিশাখাৰ সভাপতি শ্ৰীমানগোবিন্দ চক্ৰৱৰ্ত্তী, ৰজতজয়ন্তী অধিবেশনৰ উদ্বোধক শ্ৰীসীতানাথ ব্ৰহ্মচৌধুৰী আৰু বুৰঞ্জী শাখাৰ সভাপতি ৺ৰূপনাথ ব্ৰহ্মৰ নামো এই জিলাত বিশিষ্ট সেৱী হিচাবে স্মৰণীয়।

বুৰঞ্জীৰ স্মৃতি বিজৰিত এই ধুবুৰী চহৰ। এই ঠাইতে মোগল সেনাপতি ৰামসিংহই কোচ ৰজাৰ বিৰুদ্ধে খোপনি পুতিছিল। মোগল সেনাই চিন্তিত হৈছিল, আৰু ঘৰুৱা কন্দলত লিপ্ত হৈ লক্ষীনাৰায়ণ আৰু পৰীক্ষিতনাৰায়ণৰ লগত ভেটাভেটি হৈছিল। ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ কথাত "ধুবুৰী ঠাই ডোখৰ সকু কিন্তু ই অতীতৰ সোণৰ শিকলীৰে মেৰখোৱা।" উত্তৰে গদাধৰ উপনৈ আৰু পূব-দক্ষিণে বিশাল ব্ৰহ্মপুত্ৰই আগুৰি থকা বদ্বীপ আকৃতিৰ ধুবুৰীৰ ভূখণ্ড সৰু হ'লেও ঘনবসতিপূৰ্ণ নানা জাতি নানা ভাষাভাষীৰ অশ্ৰয়স্থল। ই গোৱালপাৰা জিলাৰ সদৰ ঠাই হিচাবে অসমৰ চৰকাৰী বিষয়া বহুতৰ দৃষ্টি গোচৰ নোহৈ নথকা নাই। অসমৰ একমাত্ৰ জুইশলাৰ কাৰখানা ইয়াতেই অৱস্থিত। ন খন হাইস্কুল, 'ভোলানাথ' মহাবিদ্যালয় আৰু ধুবুৰী আইন মহাবিদ্যালয়ে উচ্চশিক্ষাৰ দুৱাৰ মুকলি কৰিছে। ওচৰতে



থকা গৌৰীপুৰৰ চতুষ্পাঠী সংস্কৃত টোলৰ পৰা শিক্ষা লাভ কৰি অসমৰ কেবা গৰাকীও বিদ্বান লোকসমাজত শীৰ্ষস্থান লাভ কৰে। ধুবুৰী চহৰ এখন বানিজ্য কেন্দ্ৰ হিচাবে জনাজাত। ধুবুৰী মহকুমাৰ কৃষিজাত দ্ৰব্য ধান, সৰিয়হ, মৰাপাট, মাহ আৰু বনজ বস্তুৰ ভিতৰত শাল, শিমলু, শিশু, খৈৰা, গামাৰী, চাহ আদি লেখত লবলগীয়া বস্তুৰ আমদানী-ৰপ্তানীৰ কেন্দ্ৰ। বাংলা দেশৰ মাজেৰে জাহাজ আৰু ৰেল পৰিবহন আৰম্ভ হলে ধুবুৰীৰ বানিজ্যৰ প্ৰসাৰ যথেষ্ট বাঢ়িব পাৰে। মৰাপাট ৰপ্তানীত ধুবুৰী এসময়ত ভাৰতৰ ভিতৰতে শ্ৰেষ্ঠ স্থান অধিকাৰ কৰিছিল। ব্ৰডগজ ৰেল লাইনৰ দ্বাৰা সংযোগ কৰিলে এতিয়াও বেহাবেপাৰত ধুবুৰী আগৰণুৱা হব পাৰে। জুইশলাৰ কাৰখানাটো আৰু সৰু সুৰা দুই এটা কাঠৰ মিল, তেলৰ মিল আৰু ধানৰ মিলৰ বাহিৰে শিল্পত ধুবুৰী পিছ পৰি আছে। ফলত আৰ্থিক আৰু নিবনুৱা সমস্যা সমাধানত ব্যাঘাত জন্মিছে। শিল্প উন্নয়নত গোটেই গোৱালপাৰা জিলাখনে পিছ পৰা। যোগীঘোপাৰ কাগজৰ কল আৰু বঙ্গাইগাওঁৰ তেল শোধনাগাৰ বাস্তৱত ৰূপ দিলে, উঠি অহা শিক্ষিত আৰু ডেকা সকলৰ নিবনুৱা সমস্যা আংশিকভাৱে সমাধান হব বুলি আশা কৰা হৈছে।

গোৱালপাৰা, কোকৰাঝাৰ আৰু ধুবুৰী মহকুমা লগলাগি গোৱালপাৰা জিলাখন গঠন কৰা হৈছে। পূবৰ পৰা পশ্চিমলৈ ব্ৰহ্মপুত্ৰ নৈ গোৱালপাৰা জিলাৰ মাজেদি বৈ গৈছে। এই নদীয়ে আৰু মনাহ, আই চম্পাৱতী, সৰলভাঙ্গা, টিপকাই, সোণকোষ গদাধৰ, গঙ্গাধৰ, জিঞ্জিৰাম, জিনাৰী, দুধনৈ, কৃষ্ণাই উপনৈয়ে খেতি বাতি, মীন মঙ্গলৰ বিকাশ আৰু বেহাবেপাৰত যথেষ্ট সহায়ক হৈছে। ধীৰ, সাৰেশ্বৰ, উৰপদ, তামৰাঙ্গা, চলানী, হাছিলা, কুমৰী আদি বিলৰ পৰাও যথেষ্ট পৰিমানে মাছ ধৰা হয়। ব্ৰহ্মপুত্ৰ নৈৰ দক্ষিন পাৰে টুক্ৰেশ্বৰী, ৰাক্ষসিনী, শ্ৰীসূৰ্য্য, পঞ্চৰত্ন

আৰু উত্তৰ পাৰে যোগীঘোপা, ভৈৰৱচুৰা, চান্দৰডিঙ্গা, বকুৱামাৰী, মহাদেৱৰ নাককাটী, আদি পাহাৰবোৰে সম্পদৰ বাহিৰেও সৌন্দৰ্য্য বৃদ্ধি কৰি আছে।

উত্তৰে ভোটান ৰাজ্য, পূবে কামৰূপ জিলা, দক্ষিণে গাৰো পাহাৰ আৰু পশ্চিমে ৰংপুৰ ( বাংলা দেশ ) কোচবিহাৰ আৰু জলপাইগুৰি জিলাই আগুৰি থকা গোৱালপাৰা জিলাখনৰ প্ৰাকৃতিক সম্পদৰ ওপৰত ভাষা কৃষ্টিৰ ঐতিহ্যৰ বৈশিষ্ট্য মন কৰিব লগীয়া। এই জিলাৰ বিভিন্ন ঠাইৰ প্ৰচলিত থলুৱা শব্দবিলাক অসমীয়া ভাষা আৰু সাহিত্যৰ মাজত সামৰি লব লাগে।

পঞ্চম শতাব্দীৰ পৰা কোচ ৰজাসকলে প্ৰবল প্ৰতাপী হৈ অসমৰ পশ্চিম প্ৰান্তত যেতিয়া ৰাজত্ব কৰিবলৈ আৰম্ভ কৰে, তেতিয়াৰ পৰাই এই অঞ্চলৰ ভাষা, কৃষ্টি আৰু সভ্যতাই এটা নৱৰূপ লয়। সমাজৰ প্ৰয়োজনীয় বিষয়বস্তু ৰুচি আৰু সৌন্দৰ্য্য-বোধৰ ক্ৰমবিকাশ অনুযায়ী ভাষাৰ স্তৰ উৰ্দ্ধমুখী হয়। নীলধ্বজৰ কৰ্ম্মদক্ষতাত চৈধ্য শ শতিকাত যেতিয়া কমতা ৰাজ্য হল, সেই সময়ৰ পৰা ক্ৰমে বিশ্বসিংহ, নৰনাৰায়ণ আদি ৰজাসকলৰ পৃষ্ঠ পোষকতাত আৰু বিদ্যোৎসাহী যুৱৰাজ শুক্লধ্বজৰ প্ৰচেষ্টাত এই অঞ্চলৰ কথিত ভাষাই এটা সন্মানিত স্থান লাভ কৰে। কোচ ৰজাসকলৰ ঘৰুৱা কন্দল আৰু দুৰ্ব্বলতাৰ সুযোগ লৈ বাৰ শ শতিকাৰ পৰা আৰম্ভ কৰি যথাক্ৰমে বখ্তিয়াৰ, নাছিৰউদ্দিন তুৰ্ব্বক আৰু ১৭শ শতাব্দীত মিৰজুমলাৰ অসম আক্ৰমণৰ ফলত আৰু বঙ্গদেশত বল্লাল সেনৰ অত্যাচাৰত তিষ্টিব নোৱাৰি আৰু মাজে সময়ে খাদ্য সঙ্কটত পৰি দলে দলে হিন্দু মুছলমান পশ্চিমৰ পৰা উজাই আহি এই অঞ্চলত বাস কৰিবলৈ লোৱাত ইয়াৰ প্ৰচলিত ভাষাৰ ওপৰত তেওঁলোকৰ ভাষা, ৰীতি নীতি, আচাৰ ব্যৱহাৰৰ কিছু প্ৰভাৱ নপৰাকৈ থকা নাই। আনপিনে মানৰ আক্ৰমণৰ সময়ত অসমৰ উজনি ফালৰ যথেষ্ট সংখ্যক মানুহে



গোৱালপাৰা জিলাৰ হাৰি বননিত আশ্ৰয়লৈ আত্মৰক্ষা কৰে। পঞ্চদশ শতিকাৰ পৰা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ, মাধৱদেৱ আৰু দামোদৰ দেৱৰ বৈষ্ণৱ ধৰ্ম্ম, শঙ্কৰী ভাষা সাহিত্যৰ প্ৰচাৰ এই প্ৰান্তত আৰম্ভ হয়। এই জিলাৰ শেষ পশ্চিম প্ৰান্ত ছত্ৰ-শালত মহাপুৰুষ শঙ্কৰদেৱৰ শিষ্য ৰামৰায় কৰ্ত্তৃক প্ৰতিষ্ঠিত সত্ৰখন এতিয়াও বৰ্ত্তমান। এই কথা নকলেও হব যে শঙ্কৰী ধৰ্ম্মাদৰ্শ ই কেৱল আজিৰ অসম ভূমিৰ মাজতে আবদ্ধ হৈ থকা নাছিল। কোচবিহাৰৰ পৱিত্ৰ মধুপুৰ সত্ৰত আমাৰ শঙ্কৰী ধৰ্ম্মৰ ডবা শঙ্খ আজিও প্ৰতি প্ৰভাতে প্ৰভাতে বাজি আছে। প্ৰসঙ্গত কব পাৰি যে ভৌগলিক সীমা বন্ধনৰ বাবে কোচবিহাৰ অঞ্চলৰ থলুৱা লোক-সকলক আমি আজি পাহৰি গলেও ঐতিহাসিক বিচাৰত তেওঁলোক আমাৰ হিয়াৰ আমঠু ৰক্তৰ সম্বন্ধ থকা ভাই। আজি মাথোন পাৰ্থক্য ভৌগলিক সীমাৰ। ১৮২২ চনত ইংৰাজে এই অঞ্চলটিক লৈ গোৱালপাৰা নামেৰে এখন স্বকীয়া জিলা গঠন কৰে। এই অঞ্চলৰ খিলঞ্জিয়া অসমীয়া নেতৃবৃন্দৰ প্ৰচেষ্টাত অসমীয়া ভাষা সাহিত্যৰ প্ৰচাৰ আৰু প্ৰচলন নগৰে-চহৰে গাৱে-ভূঞে বিয়পি পৰিল। সকলো ৰাইজে অসমীয়া মুখী হৈ জাতীয় ঐক্য আৰু সংহতিৰ ভেটি দৃঢ় কৰিলে। বেজবৰুৱাৰ মানত এই মাতৃ ভাষাই "স্বদেশ আৰু স্বজাতিৰ উন্নতিৰ মঙ্গলময় মন্দিৰৰ সিংহ দুৱাৰ"! অসমী আইৰ পশ্চিম প্ৰান্তত অৱস্থিত এই সিংহ দুৱাৰ কোনো শত্ৰুকে ভেদ কৰিবলৈ দিয়া নহব।

এইবিলাক থলুৱা বাসিন্দাৰে সৈতে এই জিলাত জনসংখ্যা আজি হব ২০ লাখৰ অধিক, ফলত ভূমিহীন মানুহৰ সংখ্যা বৃদ্ধি পাই মানুহৰ মনত হতাশৰ সৃষ্টি হৈছে। ইয়াৰ উপৰিও, নৈ উপনৈবিলাকৰ গঢ়াখহনীয়া সমস্যাই হাজাৰ হাজাৰ ৰাইজক নিজ বাসস্থানৰ পৰা উচ্ছেদ কৰি ঘৰ-দুৱাৰ নোহোৱা পথৰ ভিখাৰীত পৰিণত কৰিছে। এনে অৱস্থাত এই জিলাত ভূমি

বন্টনৰ ক্ষেত্ৰত ৰাজ্য চৰকাৰে এটা বিশেষ নীতি অৱলম্বন নকৰিলে আৰু উপযুক্ত বান নিয়ন্ত্ৰণ ব্যৱস্থা হাতত নললে ৰাইজে নানান অৰ্থ নৈতিক আহুকালৰ মাজেদি কাল যাপন কৰিব লাগিব।

যুগ যুগ ধৰি গোৱালপাৰাৰ ৰাইজ সুখ-দুখৰ কবলত পৰি আৰু প্ৰাকৃতিক বেহৰূপত মোহিত হৈ অন্তৰৰ ভাব প্ৰকাশ কৰি আহিছে গীত-মাতৰ জৰিয়তে। এই অঞ্চলত যুগে যুগে বাস কৰি অহা বড়ো, কচাৰী, চাওতাল, ৰাভা, গাৰো, কোচ, ৰাজবংশী, ব্ৰাহ্মণ, যোগী, কলিতা, নমশূদ্ৰ, শীল আদি জনজাতি আৰু সম্প্ৰদায়ক, আৰু বঙালী, বিহাৰী, ৰাজস্থানী, পাঞ্জাবী আদি গোষ্ঠীবিলাকৰ আচাৰ-ব্যৱহাৰ ৰীতি-নীতি আৰু পাৰিপাৰ্শ্বিক অৱস্থাই এই অঞ্চলৰ গীত-মাত ৰীতি-নীতিক ৰূপ দিওঁতে অৰিহনা যোগাইছে। এই অঞ্চলৰ লোকগীত কুশান, বাণীপুৰান সত্যপীৰ, মনসা গীত, সোনাৰাই গীত, ভাটীয়ালী গীত, মাৰাই গীত বিয়াগীত, নৃত্য আদি আমাৰ অসমীয়া সংস্কৃতিৰ অনুপম অনুদান। এই সংস্কৃতিয়ে নামনি অসম আৰু উত্তৰ পূব বঙ্গৰ এটা ডাঙৰ এলেকাক আকোৱালী ধৰি ৰাখিছে। এই সংস্কৃতি আৰু ভাষা কৃষ্টি গোৱালপাৰা জিলা তথা অসম ৰাজ্যৰ ভৌগলিক সীমাৰ বাহিৰত চুবুৰীয়া বাংলা দেশৰ ৰংপুৰ, দিনাজপুৰ, জিলা আৰু পশ্চিম বঙ্গৰ কোচবিহাৰ, জলপাইগুড়ি জিলাৰ বিস্তীৰ্ণ অঞ্চললৈকে সিচৰিত হৈ আছে! বহুতে এই ধুবুৰী মহকুমা তথা গোৱালপাৰা জিলাৰ কথিত ভাষাক ৰংপুৰীয়া ভাষা বুলি অভিহিত কৰে কিন্তু তেনেকৈ কোৱাৰ ফলত নিজৰ দীনতা প্ৰকাশ কৰা হয়। এই দুখন জিলা সংলগ্ন হোৱাৰ কাৰণে আৰু অতীতৰ কামৰূপ কমতা আৰু কোচৰাজ্য বিলাকৰ আন্তৰ্ভূক্ত আছিল বুলি এই দুয়োখন জিলা আৰু সেইবোৰ ৰাজ্যৰ অন্তৰ্ভূক্ত থকা কোচবিহাৰ জলপাইগুড়ি, দিনাজপুৰ জিলাৰ ৰাইজৰ কথিত ভাষাও প্ৰায় একেৰকমৰ। তেনেদৰে এইবোৰ জিলাৰ কৃষ্টি-সংস্কৃতি, আচাৰ-ব্যৱহাৰ



ৰীতিনীতিও প্ৰায় একেৰকমৰ। বৃটিছৰ ৰাজত্ব কালত এই জিলাত বাংলা ভাষাৰ মাধ্যমেৰে স্কুল বিলাকত শিক্ষাদান কাৰ্য্য হৈছিল বুলি আমি বাংলা পঢ়িবলৈ বাধ্য হৈছিলো। কিন্তু ইংৰাজী পঢ়িয়ো আমি যেনেকুৱা ইংৰাজ হোৱা নাই তেনেদৰে বাংলা পঢ়িয়ো আমি বঙ্গালী হোৱা নাই। আমাৰ মাতৃভাষা চিৰশ্ৰদ্ধেয়া অসমীয়া তথা গোৱালপৰীয়া হৈয়ে আছিল, কিন্তু স্বাধীনতাৰ পাছৰ পৰাই পুথিগত অসমীয়া ভাষাৰ প্ৰচলন দুৰ্নিবাৰ গতিত চলিবলৈ ধৰে। আজি মুষ্টিমেয় এক সংখ্যক মানুহৰ বাহিৰে এই অঞ্চলৰ প্ৰতিজন লৰা ছোৱালীৰ শিক্ষাৰ মাধ্যম অসমীয়া। প্ৰসঙ্গত কব পাৰি যে তুলনামূলক ভাবে মাথোন কেইটামান পুৰুষৰ আগতে বঙ্গ দেশৰ পৰা অসমলৈ আহি এই জিলাৰ বিশেষকৈ দক্ষিণাঞ্চলৰ মুছলমানসকলে ভাষা কৃষ্টিক আকোৱালি লৈ পৰম নিষ্ঠাৰে অসমীয়া ভাষাৰ সেৱা কৰিছে। স্বৰূপাৰ্থত গোৱালপাৰা জিলাৰ এই সীমাত এখেতসকলেই আজি ভাষা সংস্কৃতিৰ সংৰক্ষণৰ সদাজাগ্ৰত অন্যতম অতন্দ্ৰ প্ৰহৰী। অসমীয়াৰ হৃদয়ৰ বিশালতা বেলেগ বেলেগ জনগোষ্ঠীৰ দ্বাৰা বিভিন্ন ৰূপত অভিব্যক্ত হৈছে। ঐতিহ্যমণ্ডিত জনগোষ্ঠী বড়ো, ৰাভা, গাৰো, ছাওঁতালসকলৰ মাজত প্ৰচলিত ভাষা উপভাষা সমূহত আছে গভীৰ অৰ্থবোধক অফুৰন্ত শব্দৰ ভাণ্ডাৰ। এই গোষ্ঠী বিশেষৰ ভাষাৰ কথিত ৰূপত থাকিলেও এই সকলৰ শব্দমালাই আমাৰ প্ৰকৃততে নিভাজ থলুৱা শব্দমালা সুললিত ৰূপত থকা এই সকলৰ ভাষা উপভাষাৰ পৰা শব্দসমূহ আনি পুথিগত অসমীয়া ভাষাত ৰূপ দিলে আৰু এই ঐতিহ্যমণ্ডিত জনগোষ্ঠীৰ বিভিন্ন ৰীতি-নীতিৰে আমাৰ সাংস্কৃতিক সজালে। আমাৰ সাংস্কৃতিক জীৱনৰ যে নৱৰূপ লব তাত কোনো সন্দেহ নাই! সংশয়-দ্বন্দ, অবিশ্বাস আৰু ভুল বুজাবুজিৰ বাবে আমাৰ বৃহত্তৰ অসমীয়া সমাজত যি ভাঙন আৰম্ভ হৈছে তেনে এক সাংস্কৃতিক সমন্বয়ে অসমীয়া জাতিক পুনৰ একতাৰ ডোলত

বান্ধিবলৈ সক্ষম হব। প্ৰসঙ্গত কব পাৰি যে ভাৰতৰ সংহতি আনিবলৈ হ'লে য'ত থাকিবলৈ লোৱা হয় সেই ঠাইৰ থলুৱা ভাষা সাংস্কৃতিক গ্ৰহণ কৰাই শ্ৰেয়। এই ক্ষেত্ৰত অসমৰ শ্ৰদ্ধেয় আগৰৱালা বংশাৱলীকে আঙুলিয়াব পাৰি। আমাৰ ভৱিষ্যতৰ বংশাৱলীৰ সুখ-শান্তি তথা মিলনৰ বাবেই আমি সেয়ে অসমৰ সকলো ভাষা ভাষীৰ লোকলৈ এয়ে আবেদন জনাম তেওঁলোকে যে বাহিৰৰ পৰা আহিছে, ইয়াত থাকিবলৈ লৈছে, এই কথা পাহৰি গৈ "আমি ইয়াৰে, আমিও অসমীয়া" এই ভাৱত বসতি কৰি আমাৰ ভাতৃত্বৰ বন্ধন দৃঢ় কৰাৰ লগতে মূল অসমীয়া সমাজৰ অঙ্গ হবলৈ আশা বল, এখন সুন্দৰ অসমৰ ঐক্য আৰু সংহতিৰে অসমীয়া সমাজ প্ৰতিষ্ঠা কৰিবলৈ আমাৰ হৃদয়ৰ আহ্বান-নত নিজকে বহিৰাগত বুলি ভাবি থকা সকলে আন্তৰিকতাৰে সহাৰি জনাব। ইয়াৰ কাৰণে অসম সাহিত্য সভাৰ আঞ্চলিক কাৰ্য্যালয় এখন ধুবুৰীত স্থাপন কৰিবলৈ আকৌ দাবী জনালো যাতে ইয়াৰ দ্বাৰা এইবোৰ অঞ্চলত অসমীয়া ভাষাৰ প্ৰচাৰ কাৰ্য্য সুকলমে কৰিব পৰা যায়!

**সাহিত্য মোদী ৰাইজ,**

অসমীয়া ভাষা সাহিত্য এটা সমন্বয়কাৰক হিচাবে ৰূপ লোৱা বাঞ্চনীয়। সাহিত্য সেৱাৰ মাজেদি জাতীয় ঐক্য আৰু সংহতি ৰক্ষা কৰাটো সকলোৰে একান্ত আৱশ্যকীয় কৰ্ত্তব্য। এই কৰ্ত্তব্য আমি কিমান দূৰ পালন কৰি ভাষা জননীৰ সেৱা কৰিছোঁ তাক আত্মবিশ্লেষণ কৰাৰ উপযুক্ত সময় আহিছে। সময়ৰ সোঁতৰ প্ৰকোপত অসমৰ চুকে কোনে ভৌগোলিক গঢ়াখহনীয়া হৈ অঙ্গ-ক্ষয় হৈয়ে আছে। মিজোৰাম, মেঘালয়, অৰুণাচল গঠনৰ ফলত অসমৰ ভৌগোলিক সীমা ভালেখিনি সঙ্কুচিত হল। কমতাৰাজ্য গঠনৰ আন্দোলন, আহোম টাই আৰু উজনি অসমৰাজ্য পৰি-



ষদৰ উদ্দেশ্য, প্লেইন ট্ৰাইবেল কাউন্সিলৰ অৰ্থাৎ ভৈয়াম জনজাতি পৰিষদৰ ভূমিকা আৰু কিছুসংখ্যক মিকিৰ জনজাতীয় ভাই সকলৰ নগা-প্ৰীতিয়ে আমাৰ ভবিষ্যতলৈ চিন্তা কৰাৰ প্ৰয়াস যোগাইছে। সময়োপযোগী সৃজনশীল সাহিত্যৰ বৰঙণি আগবঢ়াব নোৱাৰিলে অনুতপ্ত হব লাগিব। দৃঢ় বিশ্বাস আৰু গভীৰ আস্থাৰে ভাষা জননী তথা আমাৰ সংস্কৃতিৰ পূজা কৰিলে নিজে বৰ্ত্তি থকাৰ উপৰিও বিশ্বৰ সাহিত্য সংস্কৃতিৰ ৰভাথলিত আমিও যে আমাৰ সৌষ্ঠৱ বৃদ্ধি কৰিবলৈ পাৰিম তাত আমাৰ লেশমানো সংশয় নাই। আমাৰ ভাষা সংস্কৃতিৰ পূজাত পূজাৰীৰ কোনো অঞ্চলৰ বা ধৰ্ম্মৰ লেভেল থাকিব নেলাগিব।

**অসমীয়াই আমাৰ পৰিচয়, অসমীয়াই আমাৰ জাতি, অসমীয়াই আমাৰ ধৰ্ম্ম।**

নিজৰ ভাষা সংস্কৃতিৰ ওপৰত জীৱনৰ যে কোনো বস্তুৱেই ডাঙৰ হব নোৱাৰে, তাৰ উজ্জ্বল স্বাক্ষৰ বহন কৰিছে সদ্যজাত স্বাধীন বাংলা দেশে আৰু সেয়ে অসমৰ তথা ভাৰতৰ বন্ধু প্ৰতিবেশী নবজাত গণতান্ত্ৰিক আৰু ধৰ্ম্ম নিৰপেক্ষ বাংলাদেশৰ প্ৰতিষ্ঠাক আমি আদৰণি জনাইছো আৰু আশা ৰাখিছো যে দুয়ো দেশৰ মাজত সৌহৃদ্য বজাই ৰাখি আমি পৰস্পৰে উপকৃত হম। আমাৰ দেশতো অনতিপলমে সমাজতান্ত্ৰিক দেশ এখনৰ গঢ় দি জনসাধাৰণৰ মাজৰ পৰা দৰিদ্ৰতা, অন্যায়, অত্যাচাৰ আদি গুচাবলৈ আৰু জীৱন ধাৰণৰ মান উন্নত কৰিবলৈ সকলো ৰাইজ একতাবদ্ধ হৈ কঠোৰ পৰিশ্ৰম কৰিব লাগিব। কাৰণ নিজৰ ভাষা সংস্কৃতিৰ পূৰ্ণ বিকাশৰ বাবে দেশৰ জনতাৰ অৰ্থ-নৈতিক বিকাশ অপৰিহাৰ্য্য। সাংস্কৃতিক আৰু অৰ্থ নৈতিক বিকাশৰ পূৰ্ণ সমন্বয় হলেহে সমাজৰ প্ৰকৃত বিকাশ সম্ভৱপৰ হয়। কবি অম্বিকাগিৰি ৰায় চোধুৰীৰ কবিতাৰ সুৰেৰে ময়ো আপোনালোকক মিনতি কৰিছো।

হে—ধীৰ-স্থিৰ মহাজন
খাটি খাটি গোটেই জীৱন ;
সমাজক উজলোৱা
ঢালি ঢালি জ্ঞানৰ কিৰণ ।

অভিভাষণৰ সামৰণি মৰাৰ আগতে আমি আমাৰ তৰফৰ পৰা বিজ্ঞ ৰাইজৰ জ্ঞাতাৰ্থে দুবাৰমান কবলৈ বিচাৰিছো। দেখা যায়—চৰকাৰীভাবে অসমত অসমীয়া ভাষা ৰাজ্য ভাষা বুলি আইন প্ৰণয়ন হলেও প্ৰয়োগৰ ক্ষেত্ৰত আমি এই ভাষা আইনৰ প্ৰচলন দেখিবলৈ পোৱা নাই বুলি কলেও অত্যুক্তি কৰা নহয়। সেয়ে নতুন চৰকাৰ আৰু অসম সাহিত্য সভাই এই বিষয়ত অনতিপলমে বাস্তৱ ব্যবস্থালৈ অগ্ৰসৰ হব লাগে। পাহৰিলে নহব কেৱল আইন ৰচনাৰ বাবে আমি সংগ্ৰাম কৰা নাছিলো ; আমাক লাগে বাস্তৱ প্ৰয়োগ। অসম সাহিত্য সভাই অনতিবিলম্বে বিস্তৃত কাৰ্যাসূচীৰে ইয়াৰ আঞ্চলিক আৰু শাখা সমূহৰ দ্বাৰা এই ব্যৱস্থা লোৱাৰ মুখ্যভূমিকা গ্ৰহণ কৰিব লাগে।

সদৌশেষত; অজ্ঞাতসাৰে অভ্যৰ্থনা সমিতিৰ কালৰ পৰা আসোঁৱাহ; ত্ৰুটি থাকিলে সকলো দায়ৰ বাবে ক্ষমা ভিক্ষা কৰি সমবেত সমূহ ৰাইজলৈ সেৱা জনাই নিৰ্দ্ধাৰিত কাৰ্যসূচীমতে কাৰ্য্য চলাই যাবলৈ শ্ৰদ্ধেয় সভাপতি ডাঙৰীয়াক অনুৰোধ জনালোঁ।

জয় অসম সাহিত্য সভা।

শ্ৰীদীনেশ ৰঞ্জন সৰকাৰ।

## উদ্বোধনী ভাষণ

অসম সাহিত্য সভাৰ ৩৯তম ধুবুৰী অধিবেশন উদ্বোধন কৰাৰ আমন্ত্ৰণ মোৰ প্ৰতি দেখুওৱা আপোনালোকৰ গভীৰ মৰম-স্নেহৰ নিদৰ্শন। আপোনালোকৰ স্নেহে মোক গৌৰবান্বিত কৰিছে আৰু ইয়াৰ বাবে মোৰ আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা আপোনালোকৰ ওচৰত নিবেদন কৰিছো।

আমাৰ জাতীয় জীৱনত অসম সাহিত্য সভাৰ ভূমিকা কি এই বিষয়ে (ইয়াৰ ছকুৰি পোন্ধৰ বছৰৰ নাতিদীৰ্ঘ ইতিহাসৰ পিছত) বিবৰি কোৱাৰ প্ৰয়োজন হয়তো এতিয়া নাই। বিশেষ বিশেষ পৰিস্থিতিৰ মাজত সদায় জাতীয় স্বাৰ্থ চকুৰ আগত ৰাখি এই সভাই অসমীয়া ভাষা সাহিত্যৰ প্ৰচাৰত মনোনিবেশ কৰাৰ উপৰিও ৰাজ্যখনত বসতি কৰা লোকসকলৰ মাজত যাতে ঐক্য আৰু সংহতি অব্যাহত থাকে তাৰ বাবে সদায় চেষ্টা কৰি আহিছে। আজি ই এখন সাহিত্যিকসকলৰে লেখত লবলগীয়া বিৰাট সন্মিলন নহয়; অসমক আপোন কৰি লোৱা সকলো লোকৰে ই এটা আদৰৰ জাতীয় অনুষ্ঠান। ইয়াৰ যোগেদি জাতীয় জীৱনৰ আশা, আকাংক্ষা আৰু আদৰ্শ মূৰ্ত্ত হৈ উঠিছে, ভাষা-সাহিত্যৰ প্ৰতি অনুৰাগী হবলৈ ইয়ে লোকক প্ৰেৰণা যোগাইছে আৰু সাহিত্যৰ মান উন্নততৰ কৰিবলৈ যিসকল আগবাঢ়ি আহিছে সেইসকলৰ স্বীকৃতি দিয়াৰ ব্যৱস্থাও এই সভাই নকৰাকৈ থকা নাই। সেয়ে, অসম সাহিত্য সভা অসমবাসীৰ জাতীয় আৰু সাংস্কৃতিক আদৰ্শৰ প্ৰতীক স্বৰূপ।

যিসকল স্বনামধন্য ব্যক্তিয়ে অহোপুৰুষাৰ্থ কৰি আধুনিক অসমীয়া সাহিত্যৰ বুকুত মানবীয় সমস্যা আৰু আদৰ্শ প্ৰতিফলিত কৰিছিল আৰু যিসকলে জোনাকী যুগত এই সাহিত্যৰ মাজলৈ সমৃদ্ধি আৰু বিচিত্ৰতা আনিছিল সেইসকল লোকৰ প্ৰতি মোৰ শ্ৰদ্ধা আছে—গভীৰ শ্ৰদ্ধা। কিন্তু আমাৰে সমসাময়িক কিছুমান লোকে অতীতমুখী দৃষ্টিভঙ্গী লৈ বিগত দিনৰ স্মৃতিৰোমন্থনত আপোন-পাহৰি সমকালীন জীৱন আৰু নবীন লেখক সকলৰ সাহিত্য-কৃতিৰ প্ৰতি যেনে সংশয়বাদী মনোভাৱ পোষণ কৰে তাৰ অংশীদাৰ হবলৈ মই অপাৰগ। অপাৰগ এই বুলিয়েই যে জোনাকী যুগ আধুনিক অসমীয়া সাহিত্যৰ এক সোণালী যুগ বুলি গৃহীত হলেও এই যুগত, বৰ্ত্তমান সাহিত্যৰ ফলাগমহে হৈছে; ফল পকি সৰি শেষ হোৱা নাই। উন্নত আৰু প্ৰগতিশীল সাহিত্য সদায় গতিশীল, ক্ৰমবৰ্দ্ধমান আৰু নিত্য নতুন। মোৰ মতে প্ৰাচীন আৰু আধুনিক সাহিত্যৰ মাজত যেনেকৈ প্ৰকৃত বিৰোধ নাই, তেনেকৈ নাই গতিশীল সাহিত্যৰ মাজত অন্ধ অনুকৰণৰ পুনৰাবৃত্তি। পুৰণি ভেটিৰ ওপৰত নতুনৰ সৃষ্টি আত্ম-বিস্মৃত নোহোৱা জীয়া জাতিৰ লক্ষণ। আনহাতে পুৰণিকে সাবটি ধৰি তাৰ অলীক সপোনত বিভোৰ হৈ পৰা নিষ্ক্ৰিয় জাতিৰ জীৱনত অঙ্কুৰিত হয় জৰা আৰু পতনৰ বীজ।

কিছুমানে হয়তো কব যে পৰম্পৰাৰ অনুগতিয়ে লেখকৰ মুক্ত মনক দাসত্বৰ ৰূপালী শিকলিৰে শৃঙ্খলিত কৰে আৰু তাৰ ফলত সংস্কাৰৰ ঘন কুঁৱলীৰ মাজেদি সৃষ্টিধৰ্ম্মী লেখক আগবাঢ়িবলৈ বাধ্য হয়। কিন্তু দৰাচলতে সম্পূৰ্ণৰূপে সংস্কাৰমুক্ত মনৰ জানো গ্ৰহণ আৰু সৃজন ক্ষমতা কেতিয়াবা থাকে? দেশ-বিদেশৰ নানান সাহিত্য অধ্যয়নেৰে পুষ্ট এজন ব্যক্তি নাইবা বিচিত্ৰ সুৰ মূৰ্চ্ছনাত দক্ষতা লাভ কৰা এজন সঙ্গীতজ্ঞ লোক জানো সম্পূৰ্ণৰূপে সংস্কাৰমুক্ত? একান্ত অতীত প্ৰীতিৰে অৱৰুদ্ধ মনলৈ যেতিয়া



যুক্তি আৰু বিচাৰশক্তিৰ দুৰ্ব্বলতা আহি পৰে তেতিয়া মন হয় কুসংস্কাৰাচ্ছন্ন। কুসংস্কাৰ পৰিত্যাজ্য কাৰণ ই সম্পূৰ্ণ অতীতমুখী আৰু বিভ্ৰান্তিকৰ। সংস্কাৰ সতেজ, কৰ্ম্মক্ষম আৰু ভৱিষ্যতমুখী। অধ্যয়ন, অভিজ্ঞতা আৰু চিন্তনৰ বলত গঢ় লোৱা দৃষ্টিভঙ্গীৰ সামৰ্থ্যই হল সংস্কাৰ। ই গতিশীল কিন্তু কুসংস্কাৰ জৰ আৰু স্থবিৰ। গতিকে সংস্কাৰৰ ভেটিত নতুনে গজালি মেলিব পাৰে; কুসংস্কাৰৰ ভেটি নিৰস, অনুৰ্ব্বৰ।

সাহিত্য সৃষ্টিমূলক কাৰ্য্য। সৃষ্টিধৰ্ম্মী লোক, এক অলৌকিক প্ৰেৰণাৰে অনুপ্ৰাণিত ব্যক্তি বুলি বহু শতাব্দী আগৰে পৰা মানুহে বিশ্বাস কৰি আহিছে। কিন্তু এই বিশ্বাস আধুনিক যুগত অচল। এজন কবি ভগবানৰ দ্বাৰা প্ৰেৰিত দূত নাইবা কোনো অলৌকিক মহিমাৰে মহিমামণ্ডিত অৰ্দ্ধেক মানৱ আৰু অৰ্দ্ধেক দেৱতা নহয়—তেওঁ সংসাৰৰ দুখ-দৈন্য-কিষ্ট, অথচ সুন্দৰৰ উপলব্ধিক্ষম এজন ব্যক্তি যিজনে অন্তৰৰ সূক্ষ্ম অনুভূতিকো নিজৰ যত্ন, চেষ্টা আৰু সাধনাৰ বলত ৰূপদান কৰাৰ যোগ্যতা আৰ্জ্জি লৈছে। শব্দৰ মাধ্যমেৰে অৰূপ আৰু অস্পষ্ট কল্পনাকো মনোগ্ৰাহী ৰূপত মূৰ্ত্তি-মান কৰি তুলিবলৈ এওঁ সক্ষম। চমৎকাৰী অথচ ইন্দ্ৰিয়গ্ৰাহ্য ৰূপায়ণৰ মাজত থাকে কবিৰ সক্ৰিয় চেষ্টা আৰু তেওঁৰ বিচাৰ-ধাৰাৰ অতন্দ্ৰ নিৰ্দ্দেশ। কল্পনা অনিয়ন্ত্ৰিত ভাবালুতা মাথোন নহয়। এক শ্ৰেণীৰ কল্পনা আছে যিয়ে আমাৰ দুৰ্ব্বল মুহূৰ্ত্তত আমাৰ ওপৰত সম্পূৰ্ণৰূপে আধিপত্য বিস্তাৰ কৰি আমাৰ ব্যক্তি-সত্তা অপহৃত কৰে, আমি ভাব-বিলাসৰ ভটীয়া নাওত আপোন-পাহৰা হৈ উটি যাওঁ, ভাববোৰ অসংলগ্ন ৰূপত হঠাতে আহে আৰু হঠাতে আঁতৰি যায়। এই শ্ৰেণীৰ কল্পনা সৃষ্টিমুখী নহয় কাৰণ ইয়াত ব্যক্তিত্বৰ সজাগতা নাই। কবি-কল্পনাত ব্যক্তিত্ব বিলুপ্তি নঘটে কিন্তু এক সাধাৰণীকৃত ব্যক্তিত্বেৰে পৰিচালিত হৈ পূৰ্ব্বলব্ধ অভিজ্ঞতা আৰু জ্ঞানৰ দাপোনত প্ৰতিফলিত হোৱা

সত্য বচা বচা অথচ উপযুক্ত শব্দৰ মাধ্যমেৰে প্ৰকাশ কৰি তেওঁ সৃষ্টি কৰে এটা স্বয়ং-সম্পূৰ্ণ বস্তু। বিভিন্ন অলঙ্কাৰ প্ৰয়োগেৰে, প্ৰতীক-ব্যৱহাৰৰ যোগেদি নাইবা ব্যঞ্জনা বৃত্তিৰ সহায়ত তেওঁৰ কবি-কৰ্ম্মৰ মাজেদি প্ৰকাশিত হৈ উঠে সৰল আৰু দ্যোতিত অৰ্থ। কবি-কৰ্ম্ম অকল ভাব বা বস্তু সৰ্ব্বস্বই নহয়, আৰ্টৰ বা কলা-কৌশলৰ কালো ইয়াত আছে। সুদক্ষ শিল্পীৰ হাতত অৱশ্যে এই দুয়োটা কালেই অভিন্ন ৰূপত প্ৰকাশিত হয়।

খৃষ্টীয় একাদশ শতাব্দীত আচাৰ্য্য মম্মট ভট্টই কাব্যৰ হেতু প্ৰসঙ্গত কৈছিল যে কাব্য-সৃষ্টিৰ মূলতে প্ৰতিভাৰ স্বীকাৰ কৰিলেও ইয়েই ইয়াৰ একমাত্ৰ কাৰণ নহয়। প্ৰতিভাৰ বলত অভিনৱ সৃষ্টিৰ সম্ভাৱনা আছে সঁচা কথা। তথাপি উন্নত কাব্য-সৃষ্টিৰ কাৰণে লোক-চৰিত্ৰ আৰু শাস্ত্ৰ অধ্যয়নৰ উপৰিও কাব্যজ্ঞসকলৰ পৰা শিক্ষা লাভ আৰু বিশেষকৈ অভ্যাস আৰু অনুশীলনৰ আৱশ্যক। পশ্চাত্য দেশত এৰিষ্টটলৰ দিনৰেপৰা বিংশ শতিকাৰ প্ৰাৰম্ভলৈকে সৰহ ভাগ আলঙ্কাৰিকে nature বা প্ৰতিভা, আৰু art বা কৌশলৰ কথাকে দোহাৰিছে। বিংশ শতিকাৰ দুই এগৰাকী ব্যক্তিয়ে অৱশ্যে চিৰাচৰিত পন্থা পৰিহাৰ কৰি আৰ্টৰ ওপৰতে কাব্যৰ সাৰ্থকতা নিৰ্ভৰ কৰে বুলি মত প্ৰকাশ কৰিছে। বিষয়টো আমি যিটো কালৰে পৰা পৰীক্ষা কৰি নাচাওঁ লাগে, ইয়াত এটা কথা স্পষ্ট হয় যে কাব্য আৰু সাহিত্য-সৃষ্টি শ্ৰম-সাপেক্ষ। কৌশল আয়ত্তৰ মূলতে যেনেকৈ অধ্যয়ন আছে, তেনেকৈ আছে অভ্যাস আৰু অনুশীলন। আনহাতে বস্তু-নিৰ্ব্বাচনৰ বাবেও লাগে অধ্যয়ন আৰু সমাজৰ লগত ঘনিষ্ঠ সম্পৰ্ক। ব্ৰেডলিয়ে কোৱাৰ দৰে কোনো প্ৰতিভশালী লেখকৰ হাতত "পিনৰ মূৰ" (pin's head) এটায়ো হয়টো কাব্য-মৰ্য্যদা লাভ কৰিব পাৰে তথাপি পিনৰ মূৰতকৈ মানৱৰ স্বৰ্গচ্যুতিৰ বিষয়ৰ মাজত নিশ্চয় মহত্তৰ কল্পনাৰ স্থান আছে। পিনৰ মূৰ লৈ কাব্য ৰচিত হলে সি প্ৰতীক-ধৰ্ম্মী



হবলৈ বাধ্য। তেতিয়া সি নিশ্চয় পিনৰ মূৰ হৈ নাথাকে, আন কথাৰ বাহকহে হব।

লোকচৰিত্ৰ অধ্যয়নৰ কথা মনত ৰাখিলে কবিৰ মন যে বিচিত্ৰ সামাজিক অভিজ্ঞতাৰে পুষ্ট আৰু সমৃদ্ধ হব লাগিব তাক নকলেও চলে। আধুনিক যুগৰ এজন কৱি বা সাহিত্যিকে বৰ্ত্তমান সমাজৰ পটভূমিতে নতুনৰ সৃষ্টি কৰিবলৈ নিশ্চয় যত্নপৰ হব। তেতিয়া হলে বৰ্ত্তমান সমাজত দেখা পোৱা অসাম্য আৰু তাত অবাধে ৰাজত্ব চলোৱা দুৰ্নীতি আৰু অবিচাৰৰ প্ৰতি সজাগ হবলৈ তেওঁ বাধ্য, কিয়নো তেওঁ সত্য আৰু সুন্দৰৰ পূজাৰী। আন এটা মন কৰিবলগীয়া কথা এয়ে যে আজিৰ যুগত, যিটো সময়ত আন্তৰ্জ্জাতিক ভাব-বিনিময়ৰ ক্ষেত্ৰ প্ৰশস্ত হৈ পৰিছে, সেই সময়ত বিদেশীয় ৰীতি আৰু ভঙ্গীৰ প্ৰতি এদল লোক নিশ্চয় আকৃষ্ট হব, নোহোৱাটোও শুভ লক্ষণ বুলি কেতিয়াও কোৱা নাযায়। এনে পৰিপ্ৰেক্ষিতত সাহিত্যৰ নতুন নতুন পৰীক্ষা নিৰীক্ষাৰ প্ৰতি সৃষ্টিধৰ্ম্মী লোকৰ আকৰ্ষণ বাঢ়িব। বাঢ়ক। মাথোন পাঠকসকলে মুক্ত মনেৰে সেইবোৰৰ বিচাৰত প্ৰবৃত্ত হব লাগে। ইতিহাসৰ পদক্ষেপে অসত্যক ভাঙিছিঙি গুৰি কৰে। আনহাতে নতুন পৰীক্ষা নিৰীক্ষাৰ মাজত যদি সত্য লুকাই থাকে সি এদিন বন্তিৰ দৰে জ্বলি উঠিব আৰু নতুন পুৰুষক সত্যৰ বাটেদি আগুৱাই যাবলৈ পোহৰ যোগাব।

মানৱৰ নানা তৰহৰ কৰ্ম্ম-কুশলতাৰ ফলত আমাৰ সমাজত দ্ৰুত পৰিবৰ্ত্তন হব ধৰিছে। সমাজৰ এনে পৰিবৰ্ত্তনৰ লগে লগে ব্যক্তিৰ চিন্তাধাৰাও সলনি হৈ আহিছে। এই পৰিবৰ্ত্তনৰ স্বাক্ষৰ আধুনিক সাহিত্যৰ বুকুত থাকিব। আমি ভাৰতীয়। আমাৰ সাহিত্য-কৰ্ম্মত দেখা পোৱা কৱি-মনৰ স্বাক্ষৰো ভাৰত মনীষাৰে আত্মিক প্ৰতিবিম্ব। যিসকল মহাপুৰুষক ভাৰত-মনীষা আখ্যা দিব পাৰি সেইসকলৰ সাহিত্য-কৰ্ম্মৰ মাজেদি কেনেকৈ নানান ঐতিহ্যেৰে সমৃদ্ধ একো

—২

একোটি ভাৰতীয় মনে ভুমুকি মাৰিছে চিন্তাশীল ব্যক্তি মাত্ৰেই তাৰ গম পায়।

প্ৰশ্ন উঠে, পাশ্চাত্য বা আন তেনে ভাবধাৰাৰে সমৃদ্ধ আৰু পাশ্চাত্য ঢঙত ৰচিত এখন পুথি সাহিত্য-পদবাচ্য নহব নেকি? প্ৰশ্নটো যেনে জটিল বুলি ধাৰণা হয়, তেনে জটিল নহয়, সহজ। যদি লেখকৰ ভাব উপযুক্ত প্ৰকাশ ভঙ্গীৰ মাজেদি মূৰ্ত্ত হৈ এটা গোট বস্তু হিচাবে ৰসগ্ৰাহী লোকক অনুপ্ৰাণিত কৰিব পাৰে তেন্তে সেই সৃষ্টি নিশ্চয় সাহিত্য। কিন্তু সাহিত্যত সামাজিক দিশৰ কথা পাহৰিলে নচলে। ভাৰতীয় পৰিবেশৰ বুকুত ভাব উজ্বল হৈ নুঠিলে আৰু ভাৰতীয় লোকৰ জীৱনাদৰ্শৰ লগত সি সঙ্গতি-বিহীন হলে কোনে তাক উচ্চ মান-বিশিষ্ট সাহিত্য বুলি গ্ৰহন কৰিব বাৰু? বৰ্ত্তমান যুগত দেশৰ সামাজিক, অৰ্থ-নৈতিক, আৰু ৰাজনৈতিক অৱস্থাৰ লগত লেখকৰ সম্বন্ধ ঘনিষ্ঠ হোৱা উচিত। তাৰোপৰি লেখকসকলৰ দেশ আৰু সমাজৰ প্ৰতি একো একোটা কৰ্ত্তব্যও আছে। এই কৰ্ত্তব্য পালনৰ অৰ্থে দেশৰ সাহিত্য-সংস্কৃতিৰ পৰা বিচ্ছিন্ন হৈ থকা তেওঁলোকৰ পক্ষে অনুচিত।

যি প্ৰাচীন আৰু আধুনিক সাহিত্যৰ ভেটিত থিয় হৈ আমি নতুন সৃষ্টিত ব্ৰতী হৈছো, যিসকল ক্ষণজন্মা পুৰুষৰ সাহিত্য-কৰ্ম্মই অজ্ঞাতে আমাৰ মনৰ পুষ্টি সাধন কৰিছে সেই সাহিত্যৰ পুনৰ মূল্যায়নৰ চেষ্টা আমাৰ মাজত হব লাগে। ইয়াৰ ফলত এহাতে প্ৰাচীন সাহিত্যৰ অংশবিশেষে যেনেকৈ নৱজীৱন লাভ কৰিব, আন হাতে তেনেকৈ আধুনিক লেখকসকলৰ চিন্তাধাৰাও এটা জাতীয় আধাৰত প্ৰকাশ লাভৰ পথ পৰিস্কৃত হব। দেশৰ লেখক-সকলৰ সমাজ আৰু ৰাষ্ট্ৰৰ প্ৰতি থকা কৰ্ত্তব্যৰ কথা আকৌ সুৱঁৰিছো। আন্তঃৰাষ্ট্ৰীয় আদৰ্শৰ দোহাই দি নাইবা তেনে ধৰণৰ শ্লোগান তুলি লাভ নাই। ৰাষ্ট্ৰীয় চৈতন্যৰ ভেটিতহে আন্তঃৰাষ্ট্ৰীয় আদৰ্শৰ প্ৰশ্ন উঠে। যিজন ব্যক্তি ৰাষ্ট্ৰৰ উন্নতি অৱনতিৰ প্ৰতি



উদাসীন, সেইজন ব্যক্তিৰ মুখেদি ওলোৱা আন্তঃৰষ্ট্ৰীয় ধ্বনি নিশ্চয় শূণ্য ঘটৰ অৰ্থহীন বাণী বুলিয়ে গৃহীত হব।

যুগোপযোগী সাহিত্যৰ সৃষ্টি সময়ৰ আহ্বান। এই আহ্বানত নবীনসকলেই বেছিকৈ সঁহাৰি দিব আৰু নতুন ঠাচৰ (idiom) মাজদি কেৱে কেৱে আত্মপ্ৰকাশৰ বাট বিচাৰিব। ভালেমান ক্ষেত্ৰতে এই প্ৰয়াস প্ৰকাশৰ কৃত্ৰিম জটিলতা নহয়, লেখকৰ নিজস্ব দিক্‌দৰ্শনৰ শাব্দিক ৰূপহে। প্ৰাণ-প্ৰাচুৰ্য্যেৰে সমৃদ্ধ হলে মাধ্যমৰ দুৰ্ব্বোধ্যতা সময়ৰ বিবৰ্ত্তনে আঁতৰাই নিব বুলি মোৰ বিশ্বাস। সাহিত্যৰ ইতিহাসত এনে দৃষ্টান্ত বিৰল নহয়। জীয়াই থকা কালত লেৰেলা সাদৰ পোৱা লেখককো পৰৱৰ্ত্তী যুগত শ্ৰেষ্ঠ আসন দিয়া দেখিবলৈ পোৱা যায়।

আমাৰ সাহিত্যৰ বন্তিগছত তেল-সলিতা দিছে নতুন পুৰুষৰ লেখকসকলে। এই লেখকসকলে জ্ঞান লাভৰ সুবিধা যিমান বেছি পাইছে, প্ৰবীণসকলে জীৱনৰ আগছোৱাত সিমান পোৱা নাছিল। তাৰোপৰি দেশ বিদেশৰ নিত্য নতুন আদৰ্শৰ প্ৰতি তেওঁলোক যেনে আগ্ৰহশীল প্ৰবীণসকল তেনে আগ্ৰহশীল নোহোৱাই বৰং স্বাভাৱিক। এনে স্থলত নিষ্ঠাৰে সাহিত্য ক্ষেত্ৰত প্ৰবেশ কৰিলে অসমীয়া তথা ভাৰতীয় সাহিত্যৰ ভাণ্ডাৰলৈ আগবঢ়োৱা তেওঁলোকৰ সাহিত্য-কৰ্ম্ম মূল্যবান সম্পদ ৰূপে গৃহীত হোৱাৰ আশা নিশ্চিত। এটা সাথোন অসুবিধা এয়ে যে মানুহৰ জ্ঞানাকাশৰ দিগন্ত দিনে দিনে প্ৰসাৰিত হোৱাৰ ফলত সাৰ্থক সৃষ্টিৰ পথ সেন্দুৰীয়া নহয়, দুৰ্গম। অধ্যয়ন, অধ্যৱসায় আৰু সাধনাৰ বলতহে সিদ্ধি লাভৰ আশা কৰা যায়।

অসম সাহিত্য সভাই নবীন লেখকসকলক যেনে ভাৱে আকৰ্ষণ কৰা উচিত আছিল বুলি ভবা হয় তেনে ভাৱে আকৰ্ষণ কৰা নাই বুলি এটা অস্পষ্ট গুঞ্জন শুনিবলৈ পোৱা যায়। অস্পষ্ট হলেও এই ধ্বনি কেতিয়াও উপেক্ষা কৰিবলগীয়া নহয়। অসমীয়া

সাহিত্যৰ ভবিষ্যত উন্নতিৰ সকলো সম্ভাৱনা নিৰ্ভৰ কৰে এই নবীনসকলৰ কাৰ্য্য-ক্ষমতাৰ ওপৰত। এওঁলোকৰ সক্ৰিয় সহযোগ আকৰ্ষণ কৰি সভাৰ সাংগঠনিক দিশ টনকীয়াল কৰিব লাগে। আশাকৰোঁ নবীনসকল উৎসাহেৰে আগবাঢ়ি আহিব আৰু প্ৰবীন-সকলে তেওঁলোকক আকোঁৱালি লব।

শ্ৰদ্ধেয় সাহিত্য-প্ৰেমী ৰাইজ, দীঘলীয়া বক্তৃতাৰে মই আপোনা-লোকৰ মন ভাৰাক্ৰান্ত কৰিব নোখোজোঁ। ধুবুৰী নগৰৰ ৰাইজে অসম সাহিত্য সভাৰ দৰে এক বিৰাট অনুষ্ঠানৰ অধিবেশন তৃতীয় বাৰৰ বাবে পতাৰ দায়িত্ব বহন কৰিছে। এই অঞ্চলৰ ৰাইজ ইয়াৰ বাবে প্ৰশংসা আৰু ধন্যবাদৰ পাত্ৰ। শেহত সকলো সভাসদলৈ মোৰ আন্তৰিক শ্ৰদ্ধা জনাই আৰু অসম সাহিত্য সভাৰ উত্তৰোত্তৰ উন্নতি কামনা কৰি আজিৰ এই অধিবেশন অনুষ্ঠানিকভাৱে উদ্বোধন কৰিলোঁ।

"চিৰ চেনেহী মোৰ ভাষা জননী।"

## সভাপতিৰ অভিভাষণ

আদৰণি সভাৰ শ্ৰদ্ধেয় সভাপতি ডাঙৰীয়া, আৰু শ্ৰদ্ধেয় সদস্যবৰ্গ; শ্ৰদ্ধেয় ৰাইজ আৰু মৰমৰ ভাইটি-ভনীটিহঁত;

এই সভাত আপোনাসকলক গোট খোৱা দেখি মোৰ মন "ডাৱৰৰ আঁৰে আঁৰে ঢোলত চাপৰ পৰে, গছে পাতে বিহুগীত গায়" হৈছে। অৰ্থাৎ পুলকত অন্তৰ নাচি উঠিছে। লব্ধপ্ৰতিষ্ঠ সাহিত্যিকসকলে—এতিয়াও বহুতো আছে—এনে এখন গৌৰৱ-শালী আসন অলঙ্কৃত কৰি যোৱাৰ পিছত মোৰ নিচিনা অভাজন এজনক এই আসনলৈ নিৰ্ব্বাচিত কৰাৰ বাবে অসম সাহিত্য সভাৰ শাখা সমূহৰ সদস্যসকললৈ অন্তৰৰ শ্ৰদ্ধা আগবঢ়ালোঁ। সঁচা কথা কবলৈ গলে, মোৰ বৈষ্ণৱী বিনয় নাই। আপোনা-সকলৰ বিচাৰ বুদ্ধিৰ বিষয়ে মোৰ লেশমানো সন্দেহ নাই যদিও এনে এক গৌৰৱশালী পদৰ বাবে এই অভাজনক কিয় বাছিলে কব পৰা নাই। যোৱা মধ্যকালীন নিৰ্ব্বাচনত পৰাজিত হৈ জীৱন-সংগ্ৰামত অতিষ্ঠ হৈ উঠিছিলো। কোনো কোনোৱে মোৰ ধৈৰ্য্য আছে বুলি কয়। ধৈৰ্য্যৰ আন এটা নাম জড়তা। ই যিয়েই নহওক লাগিলে, বয়স বাঢ়ি অহাৰ লগে লগে মানুহ জড়তাপ্ৰাপ্ত হয়। কেইজনমান বন্ধু-বান্ধৱৰ কথা এৰাব নোৱাৰি এই আসনৰ নিৰ্ব্বাচনৰ কাৰণে মন মেলিলো আৰু আপোনা-সকলৰ আশীৰ্ব্বাদত নিৰ্ব্বাচিতো হলোঁ। মন মেলি ভালেই

কৰিলো নে বেয়াই কৰিলো, আজিকোপতি কব পৰা নাই। মনটোক মাথোন একেষাৰ কথাৰে প্ৰবোধ দিছো—জীৱনত সকলো কাম বন্ধু-বান্ধৱৰ হেচাঁত কৰি আহিছো। এইটো কামৰ ক্ষেত্ৰটো সেয়ে হল। সেই কাৰণে আক্ষেপ কৰা নাই। আক্ষেপ কৰিছো মাথোন এটা কথাৰ কাৰণে, সেইটো হৈছে : এই আসনৰ বাবে মই জানো উপযুক্ত?

ধুবুৰী আৰু অসমৰ বুৰঞ্জীৰ কথা কব খোজা নাই। এই বিষয়ে সকলোৱে জানে। নাইবা অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীৰ বিষয়েও একো কব খোজা নাই। এই বিষয়ে গৱেষণা কৰি পণ্ডিতসকলে বহুতো কিতাপ-পুথি ৰচনা কৰিছে। সেই-বোৰ আপোনাসকলে নিশ্চয় অধ্যয়ন কৰিছে। আমাৰ সাহিত্যক বিশ্ব-সাহিত্যই কেনেদৰে স্পৰ্শ কৰিছে, সেই বিষয়েও আপোনা সকলে জানে। পোনতে জোনাকীযুগত বিশ্বসাহিত্য, ঘাইকৈ ইংৰাজী সাহিত্যৰ প্ৰভাৱ বঙ্গদেশীয় সাহিত্যৰ জৰীয়তে অসমীয়া সাহিত্যৰ ওপৰত পৰিছিল। বঙ্গদেশৰ ডাঙৰ এটা সুবিধা আছিল। এওঁলোকৰ ভাষাটোৰ ওপৰত কোনো বহিঁশক্তিৰ আক্ৰমণ হোৱা নাছিল। সেইকাৰণে এইসকলে একান্তমনে সাহিত্য চৰ্চ্চা কৰিব পাৰিছিল। অসমৰ ক্ষেত্ৰত, এইষাৰ কথা প্ৰয়োগ কৰিব নোৱাৰি। সাহিত্যৰথী বেজবৰুৱাই, গোহাঞি বৰুৱাই আৰু বৰদলৈ আদিয়ে সৃষ্টিমূলক সাহিত্য ৰচনা কৰি এই অভিযানৰ বিপক্ষে যুজিছিল।

উৰ্দ্দু সাহিত্যৰ ওপৰত পাশ্চাত্য প্ৰভাৱৰ বিষয়ে ৰচিত লতিফৰ কিতাপ, বা বঙ্গদেশীয় সাহিত্যৰ ওপৰত পাশ্চাত্য প্ৰভাৱৰ বিষয়ে ৰচিত প্ৰিয়ৰঞ্জন সেন মহোদয়ৰ কিতাপ পঢ়োতাসকলে নিশ্চয় ভাৰতীয় প্ৰান্তীয় সাহিত্যৰ ওপৰত পৰা পাশ্চাত্যধৰ্ম্মী প্ৰভাৱৰ কথা জানে। ভাৰতীয় আন প্ৰান্তীয় সাহিত্যৰ দৰে অসমীয়া সাহিত্যৰ বুৰঞ্জী ক্ৰমবৰ্দ্ধমানৰ, ইভলিউছনৰ বুৰঞ্জী নহয়,



বৈপ্লৱিক পৰিবৰ্ত্তনৰ বুৰঞ্জী। আমাৰ সাহিত্যৰ পম খেদোতাসকলে এই বিষয়ে জানে। গতিকে ইয়াৰ পুনৰাবৃত্তি কৰিব খোজা নাই। বৈষ্ণৱযুগৰ সাহিত্যিকসকলৰ, ঘাইকৈ শঙ্কৰ-মাধৱৰ অৱ-দানেৰে আমাৰ সাহিত্যভঁৰাল মেটমৰা হৈ আছে। সেই সময়ত ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈকে বৈষ্ণৱধৰ্ম্মৰ ঢল বাগৰিছিল। বৈষ্ণৱ প্ৰাণ শঙ্কৰ-মাধৱ অসমত এই ধৰ্ম্ম-আন্দোলনৰ গুৰি ধৰোঁতা আছিল। এই দুজনাই সাহিত্য-বস্তুক নিজস্ব এক ৰূপ দিছিল। সেই ৰূপ হৈছে অসমীয়াৰ নিজস্ব ৰূপ।

দুখৰ কথা, সাধাৰণতে আমি সাহটো পাহৰি খোলাটোৰ কথা ধৰো। সকলো জাতি-উপজাতিক এই দুজনাই সম্প্ৰীতিৰ একেদাল দোলেৰে বান্ধিব খুজিছিল। যি নামেৰেই নামাতো লাগিলে ভগবান একেজনাই। আজিৰ যুগত অৰ্থাৎ বিভেদকামী শক্তিসমূহৰ উত্থানৰ যুগত এইষাৰ বৰ অপৰিহাৰ্য্য কথা। আচলতে ধৰ্ম্ম আৰু ধৰ্ম্মৰ মাজত নাইবা সম্প্ৰদায়ৰ মাজত কোনো খৰিয়াল থাকিব নোৱাৰে। এইষাৰ হৈছে সংস্কৃতিগত কথা। খৰিয়াল হয়, আহিৰ মাজত। সকলো ধৰ্ম্মৰে মূল কথা হৈছে মানুহ সৎ আৰু নিৰ্ম্মল হোৱাটো। আচলতে যিমানেই প্ৰতিভাশালী নহওক লাগিলে, অন্তৰৰ সততা বা নিৰ্ম্মলতা বিৱৰ্জ্জিত মানুহ কেতিয়াও মানুহ নহয়। আমি জানো এইষাৰ কথা মনত ৰাখো? আমাৰ দৰ্শন-তত্বয়ো এইষাৰ কথাকে নিশিকায় জানো? ভাৰতীয় দৰ্শন তত্বৰ পৰা বছা বছা ফুল বুটলি আনি আমাৰ সমাজ, ধৰ্ম্ম আৰু সাহিত্য সজাওঁতা বৈষ্ণৱ-গুৰু সকলেও এইষাৰ কথাকে শিকাইছিল।

একোজন মানুহ প্ৰতিভাশালী শিল্পী বা সাহিত্যিক হোৱাটো একো আচৰিত কথা নহয়। কেৱল প্ৰতিভাই জানো মানুহ গঢ়ে? প্ৰতিভা শাণত দিয়া কথা এবাৰ আছে যদিও মানুহ, মানুহ বাবেই মহৎ। অন্তৰৰ সৎ গুণৰাশিৰ উৎকৰ্ষ সাধন কৰিব নোৱাৰিলে কোনো মানুহ কেতিয়াও মহৎ হব নোৱাৰে। এই

কাৰণেই শাস্ত্ৰসমূহত থকাৰ দৰে আমাৰ শঙ্কৰ-মাধৱেও অন্তৰৰ গুণৰাশিৰ উৎকৰ্ষ সাধনৰ ওপৰত অধিক গুৰুত্ব দিছিল। যি ধৰ্মই অলপ গুণ 'বিস্তাৰ' কৰি লবলৈ শিকাইছে, সেই ধৰ্ম্ম যে বিশ্ববৰণ্য, সন্দেহ নাই। তাহানি "নামঘোষা" পুথি বিশ্লেষণ কৰোঁতে আজিৰ যুগৰ এজনা লেখত লবলগীয়া মনিষী বিনোৱা ভাৱেই এইষাৰ কথাকে কৈছিল: ভগৱানৰ বাহিৰে মানুহ কেতিয়াও "সম্পূৰ্ণ" হব নোৱাৰে। আগতে পঢ়া স্বামী বিবেকানন্দৰ কথা এষাৰ এইখিনিতে মনত পৰিছে: "মানুহ কেতিয়াও সম্পূৰ্ণ নহয়। ভগৱানেহে সম্পূৰ্ণতাৰ আলয়। সম্পূৰ্ণতাৰ পিনে আগবাঢ়িব পাৰিছে বাবেই মানুহ মহৎ"। অন্তৰৰ সৎ গুণৰাশি সজাই তুলিব নোৱাৰিলে মানুহ কেতিয়াও মহৎ হব নোৱাৰে। এইষাৰ কথা উপলব্ধি কৰিছিল বাবেই শঙ্কৰ-মাধৱৰ লেখীয়া বৈষ্ণৱ কৱিগুৰু সকলে আধ্যাত্মবাদী সাহিত্যৰ সৃষ্টি কৰিছিল।

কোনো কোনোৱে পুৰণি যুগটো নকৈ সংস্থাপন কৰিবলৈ ওলোৱাটো অশুদ্ধ কথা বুলি কয়। সুকুমাৰ কলাসৃষ্টিৰ ক্ষেত্ৰত যেনেকৈ এৰাধৰাৰ প্ৰয়োজন, তেনেকৈ এই ক্ষেত্ৰতো এৰাধৰাৰ প্ৰয়োজন। এইষাৰ কথা সুকুমাৰ কলাৰ বিষয়ে কওঁতে তাহানি ডঃ বাণীকান্ত কাকতিদেৱে আমাক কৈছিল। পুৰণি যুগৰ সকলো সৎ আৰু সুন্দৰ আছিল বুলি কবলৈ যোৱাটো বৰ শুদ্ধ কথা নহয়। এইষাৰ কথা তাহানি ইলাষ্ট্ৰেটেড উইক্‌লীৰ প্ৰবন্ধ এটাত আমি কৈছিলো। নতুন যুগৰ সকলো সৎ আৰু সুন্দৰ বুলি কোৱাটোও বৰ শুদ্ধ কথা নহয়। যি সাহিত্যত জনসাধাৰণৰ জীৱন মূৰ্ত্তিমন্ত হৈ উঠে, সেইয়াহে প্ৰকৃত সাহিত্য। ভাব বিলাসী ইংৰাজ কৱি শ্বেলীৰ কাব্য-সাধনাত এইষাৰ কথা স্পষ্ট হোৱা নাছিল। এইখিনিতে জওহৰলাল নেহৰুৱে জীয়েক ইন্দিৰালৈ লেখা কথা এষাৰ মনত পৰিছে! শ্বেলীৰ কৱিতাসমূহৰ ভিতৰত নেহৰুৰ হেনো 'দি মাস্ক অৱ এনাৰ্কী' বোলা কৱিতাটো বৰ ভাল



লাগিছিল। এইটো কৱিতাত সমাজবাদৰ ইঙ্গিত আছে। শুদ্ধ পথেৰে পৰিচালিত গণতান্ত্ৰিক সমাজবাদেহে দেশ আৰু সমাজ নিয়াৰিকৈ সজাব পাৰিব। সেইবুলি ভাৱ বা আদৰ্শৰ কোনো প্ৰয়োজন নাই বুলি কবলৈ যোৱাটো বৰ শুদ্ধ কথা নহয়। প্ৰত্যেক বস্তুৰ অন্তৰালত কিবা ভাৱ বা আদৰ্শ আছে—সমাজবাদৰো আছে। শ্বেলীয়ে সম্ভৱতঃ এই কাৰণেই উৰণীয়া গুটিৰ পৰা গছ গজাৰ দৰে সামাজিক আদৰ্শ গজি উঠে বুলি ভাবৰাৰাক ওলগ জনাইছিল। কৱিশিল্পীয়ে সমাজ সংগঠনৰ স্বপ্ন দেখে—এই স্বপ্নৰ কিবা এক মূল্য আছে। ভাবধাৰা বা আদৰ্শইহে জীৱন আৰু সমাজ সজীৱ কৰে।

প্ৰত্যেক প্ৰদেশৰে একোটা ৰাজ্যিক ভাষা থকাৰ দৰে অসমতো থকাৰ প্ৰয়োজন। এই দাবীক কেন্দ্ৰ কৰি আজি কেইবছৰমানৰ আগতে বিৰাট এক গণআন্দোলন গঢ়ি উঠিছিল। যেহেতু অসমৰ সৰহভাগে অসমীয়া ভাষা জানে বা কয়, সেই হেতুকে অসমীয়া ৰাজ্যিক ভাষা হোৱা উচিত। এইয়ে আছিল দাবী। নানা প্ৰতিবাদৰ সত্বেও, বৰ্ত্তমান ইয়াক ৰাজ্যিক ভাষাৰ মৰ্য্যাদা দিয়াৰ কাৰণে আমি সুখী হৈছো।

আনক, অৰ্থাৎ অনা-অসমীয়াক অসমীয়া ভাষা গ্ৰহণ কৰিবলৈ কোৱাৰ আগতে, যি সকলৰ মাতৃভাষা অসমীয়া, সেই সকলে অসমীয়া ভাষা ভালকৈ ব্যৱহাৰ কৰিবলৈ শিকিব লাগে। নিজে মদপী হৈ আনক মদ এৰিবলৈ কোৱাটো বৰ শুদ্ধ কথা নহয়, তেনেকৈ নিজে ঠেকুছিগা ভাষা ব্যৱহাৰ কৰি আনক অসমীয়া ভাষা শিকিব লাগে বুলি কোৱাটোও বৰ শুদ্ধ কথা নহয়। বল প্ৰয়োগে শাৰীৰিক শক্তিৰ পৰিচয় দিব পাৰে, সেই বুলি সকলো কথাতে বলপ্ৰয়োগ নকৰাটোৱেই ভাল। নিজে ইংৰাজী বা অন্য-প্ৰান্তীয় ভাষাৰ শব্দ প্ৰয়োগ কৰি আনক অসমীয়া ভাষাটো শুদ্ধকৈ প্ৰয়োগ কৰিবলৈ কোৱাটো ভুল কথা। আমাৰ

শিক্ষিত সমাজৰ কেইজনে ইংৰাজী বা অন্য প্ৰান্তীয় শব্দ প্ৰয়োগ নকৰাকৈ নিজৰ ভাষাটো শুদ্ধকৈ ব্যৱহাৰ কৰিব পাৰে ? এই কাৰণেই সম্ভৱতঃ ইংৰাজ এজনে ইংলণ্ডত মোক কৈছিল ঃ "আপোনাসকলৰ ভাৰতীয় প্ৰান্তীয় ভাষাসমূহ ইংৰাজী শব্দ ধাৰ কৰি জীয়াই আছে।"

আন ভাষাৰ শব্দ প্ৰয়োগ কৰাত বিশেষ কোনো আপত্তি থকাটো উচিত নহয়। অৱশ্যে সেই শব্দসমূহ হাড়ে-হিমজুৱে নিজৰ ভাষাত জীণ যাব লাগিব। ঋণ শব্দসমূহৰ বিষয়ে গৱেষণাৰ জৰীয়তে ডঃ বাণীকান্ত কাকতি ডাঙৰীয়াই ভাষাতত্বৰ বুৰঞ্জীত বহুয়াকৈ ব্যক্ত কৰিছে। ইতিমধ্যে আমাৰ ভাষাত বহুতো বিদেশী শব্দ সোমাইছে। আনকি বিহু নামতো সোমাইছে। "হাৰামজাদা" বোলা শব্দটো লোক-গীতত সোমাইছে। কাণু "হাৰামজাদা" বুলি গীত গোৱা নিজে শুনিছোঁ। এনেদৰে বাহিৰৰ পৰা বহুতো শব্দ ধাৰ কৰি ইংৰাজী ভাষাটো সমৃদ্ধি-শালী হৈছে। 'ভিলা', 'ৰেষ্টোৰা', 'বেম্বো', 'টমেটো', 'কষ্টিউম', 'পেডী', ইত্যাদি আচলতে ইংৰাজী শব্দ নহয়। আনকি "এগ" বোলা শব্দটোও ইংৰাজী শব্দ নহয়। অটজেছ্‌পাৰচনে এই বিষয়ে ইংৰাজী ভাষাতত্বৰ বুৰঞ্জীত বহলাই আলোচনা কৰিছে। এয়া হৈছে ইংৰাজৰ সাম্ৰাজ্য বিস্তাৰ-যুগৰ কথা।

যেনেকৈ নিজৰ ভাষাত জীন নোযোৱা শব্দ আন ভাষাৰ পৰা ধাৰ কৰাটো শুদ্ধ কথা নহয়, তেনেকৈ অপ্ৰচলিত শব্দ কিছুমান বলেৰে নিজ ভাষাৰ ওপৰত জাপি দিয়াটোও শুদ্ধ কথা নহয়। পৰিবেশৰ সৈতে প্ৰত্যেকটো শব্দৰে সম্বন্ধ আছে। সেইদৰে সামন্তযুগীয় শব্দ একোটা বৰ্ত্তমান উদ্যোগ-বিস্তাৰৰ যুগত অ-প্ৰচলিত হোৱাটো একো আচৰিত কথা নহয়। আজিৰ যুগটো হৈছে বিজ্ঞানৰ, কাৰিকৰী শিক্ষাৰ আৰু শিল্প উদ্যোগৰ যুগ। এইষাৰ কথা বিশ্বসাহিত্যৰ ক্ষেত্ৰত যেনেদৰে সঁচা, তেনে-দৰে আমাৰ সাহিত্যৰ ক্ষেত্ৰতো সঁচা।



যুগ অনুসৰি প্ৰত্যেক শব্দৰে অৰ্থৰ তাৰতম্য ঘটে। শব্দাৰ্থৰ উৰ্দ্ধগতি আৰু নিম্নগতি সৰ্ব্বসন্মত কথা। উদাহৰণ স্বৰূপে কব পাৰি, শ্বেকছ্‌পীয়েৰৰ যুগৰ ইংৰাজী শব্দ Complexionৰ অৰ্থ আজি সঙ্কুচিত হৈছে। একেদৰেই অসমীয়া ভাষাত ভালেমান শব্দৰ অৰ্থ আজি বাঢ়িছে বা টুটিছে। ইয়াৰ বিষয়ে ওজৰ-আপত্তি কৰাৰ কোনো কাৰণ থাকিব নোৱাৰে।

এইষাৰ কথা ভাষাৰ ক্ষেত্ৰত যেনেদৰে সঁচা, তেনেদৰে ৰচনা কৌশলৰ ক্ষেত্ৰতো সঁচা। ডঃ জনচনৰ সৈতে সুৰ মিলাই কব খুজিছোঁ যে, এবাৰ যত্নসহকাৰে কিবা এক ৰচনা-ৰীতি সৃষ্টি-কৰোঁতাজন সেই ৰচনা কৌশলৰ মেৰপাকৰ পৰা উদ্ধাৰ পোৱাটো টান। এইবিষয়ে সৰহীয়াকৈ কব খোজা নাই।

বৰ্ত্তমান আমাৰ প্ৰদেশত নানা ভাষা-গোষ্ঠীৰ ৰাইজৰ সমাবেশ হৈছে। এই সকলক অসমীয়া ভাষা দিবলৈ হলে দিওঁতাজনে নিজৰ ভাষা খৰচি যাবি জানিব লাগিব। তেহে কথা সিজিব। নহলে নিসিজে। সকলো ধৰ্ম্ম-মতবাদৰ আৰু ভাষা-গোষ্ঠীৰ মানুহক সাৱটি লৈ একালত বিৰাট অসমীয়া জাতি গঢ়ি উঠিছিল। বৰ্ত্তমান যুগত এইষাৰ কথাৰ প্ৰয়োজনীয়তা বৰকৈ উপলব্ধি কৰিছিল, আমাৰ ৰূপকোৱঁৰ জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে। পমুৱা সকলৰ মাজত অসমীয়া ভাষাত কৱিতা ৰচনা কৰা ডেকা লৰা নিজে পাইছোঁ। নিজৰ মাতৃ ভাষাটো এৰিবলৈ কাকো মই কোৱা নাই। সেই বুলি সংস্কৃতি বা ভাষাৰ মাজত সংঘাত হোৱাটো জানো উচিত? সকলোকে সাৱটি আজি আমি নতুন সমাজ সৃষ্টি কৰিবলৈ নোৱাৰো কেলৈ? এইটোহে যুগৰ আহ্বান। যুগৰ আহ্বানক অস্বীকাৰ কৰি জানো জীয়াই থাকিব পাৰি?

বৰ্ত্তমান আমাৰ সমাজ কেৰোণগ্ৰস্ত। ই সমাজ ডোখৰ ডোখৰ কৰিছে। অভাৱ-অনাটন, দাৰিদ্ৰ্যত জন-সাধাৰণৰ জীৱন

বৰ্ত্তমান জুৰুলা হৈছে। জন-সাধাৰণৰ জীৱন উন্নত নকৰিলে সমাজ উন্নত কৰিব নোৱাৰি। অৰ্থ-নৈতিক, সামাজিক, ৰাজ-নৈতিক, সংস্কৃতিগত, সকলো ক্ষেত্ৰতে শোষণৰ অন্ত পৰিলেহে সমাজ উন্নত কৰিববলৈ আশা কৰিব পাৰি। শোষণ অন্ত কৰিব নোৱাৰিলে সমাজবাদো সম্ভৱ নহয়। সমাজ সমাজবাদী নহলে উন্নতি হয় কেনেকৈ? এচাম মানুহে আন এচাম মানুহক হাড়-লৈকে চেপি শোষণ কৰাৰ অৰ্থ সমাজবাদ নহয়। শোষণহীনতা হৈছে সমাজবাদৰ এটা লেখত লবলগীয়া লক্ষণ।

এসময়ত ব্যৱসায়-বাণিজ্যৰ জৰীয়তে অসমীয়া ভাষাই বিস্তাৰ লাভ কৰিছিল। ভৈয়াম আৰু পৰ্ব্বতীয়া অঞ্চলৰ মাজত ব্যৱসায়-বাণিজ্যৰ জৰীয়তে আদান-প্ৰদান চলিছিল। ব্যৱসায়-বাণিজ্যৰ আদান-প্ৰদান বৈবাহিক আদান-প্ৰদানতকৈ অধিক শক্তিশালী। খাচিয়া ভাষাৰ শব্দ "জহা" (চাউলৰ নাম বিশেষ) অসমীয়া ভাষাত এনেদৰে জীণ যায় কেনেকৈ? বৰ্ত্তমান সুমথিৰা টেঙাৰ ব্যৱসায় অন্য প্ৰদেশীয় মানুহৰ হাতত। সেই কাৰণেই 'সুমথিৰা'ৰ পৰিৱৰ্ত্তে 'কমলা' হৈছে। বৰ্ত্তমান শিক্ষিত নিবনুৱাৰ সংখ্যা বঢ়াৰ লগে লগে ব্যৱসায়-বাণিজ্য আৰু প্ৰয়োগৰ জৰীয়তে অসমীয়া ভাষাই জীপ পাব বুলি কল্পনা কৰাটো জানো দূৰণিৰ বিও—? নহলে আন প্ৰাদেশিক ভাষাৰ হেচাত অসমীয়া যে এদিন লোপ পাব, সেই বিষয়ে সন্দেহ নাই। পমুৱা সমাজত পোৱাৰ দৰে বঙ্গ ভাষা-ভাষী হিন্দু সমাজতো অসমীয়া ভাষা ভালকৈ জনা মানুহ লগ পাইছো। সেইদৰে অসমীয়া ভাষা জনা পাঞ্জাবী, বিহাৰী আৰু অন্য প্ৰদেশৰ মানুহৰ মাজতো লগ পাইছো। মহামানৱ মহাত্মাগান্ধীৰ মতে মনপুতি লাগিলে যেই কোনো এটা ভাষা তিনিমাহৰ ভিতৰতে শিকিব পাৰি। নোৱাখালিত ভ্ৰমণ কৰোঁতে এইজনাই তিনিমাহৰ ভিতৰতেই বঙ্গদেশীয় ভাষাটো শিকিছিল। জাতীয় কৱি ৰবীন্দ্ৰনাথৰ কাব্য জানো অসমীয়া



মানুহে নপঢ়ে বা নুবুজে? ডেকাকালত এইজনাক "বঙালী শ্ৰেণী" বোলাৰ দৰে যতীন দুৱৰাকো "অসমীয়া শ্ৰেণী" বোলা হৈছিল। শ্ৰেণীৰ গণ্ডী অতিক্ৰম কৰিব পাৰিছিল বাবেই কৱিগুৰু ৰবীন্দ্ৰনাথ বিশ্বকৱি স্বৰূপে বৰণীয় হৈছিল। মানুহৰ অন্তৰাত্মাক সাময়িক ভাৱে এইজনাই আলোড়িত কৰা নাছিল। এইখিনিতেই ৰাজনীতিজ্ঞ আৰু শিল্পী সাহিত্যিকৰ মাজত পাৰ্থক্য। সাময়িক ভাৱে ৰাজনীতিজ্ঞই মানুহৰ অন্তৰাত্মাক চমক লগায়। ই কেতিয়াও চিৰন্তন বা সাৰ্ব্বজনীন নহয়।

অসম বা অসমৰ জিলা সমূহক ডোখৰ ডোখৰ কৰা কাৰ্য্যত ৰাজনীতিজ্ঞৰ স্বপ্ন সাৰ্থক হব পাৰে। মন্ত্ৰীৰ পদপী পোৱাটোৱেই ৰাজনীতিজ্ঞৰ একমাত্ৰ স্বপ্ন। দেশৰ জনসাধাৰণৰ সমস্যা মন্ত্ৰী একোজনাই জানো সমাধান কৰিব পাৰে? কেন্দ্ৰত অসমীয়া মানুহ কেইবাজনো মন্ত্ৰী হৈছে। এই সকলে অসমৰ সমস্যা সমাধান কৰা কাৰ্য্যত কিবা জানো বৰঙণি যোগাব পাৰিছে? অসমৰ সমস্যা বহুতো। সেইবোৰ সমস্যাৰ কথা আলোচনা কৰি ৰাজনীতিৰ মেৰঘৰত সোমাব খোজা নাই। আশাকৰো ৰাইজে আমাক ক্ষমা কৰিব।

অৰ্থনৈতিক ক্ষেত্ৰত অসমৰ ভিতৰত গোৱালপাৰাখন এখন অনুন্নত জিলা। ভাষাৰ কাৰণে কাজিয়া কৰাতকৈ, নিজৰ দাবী সাব্যস্ত কৰিববলৈ উঠি-পৰি লগাটো ভাল। কেৱল অৰ্থনীতিৰে জাতি এটা জীয়াই নাথাকে। সু-সভ্য বুলি পৰিগনিত হবলৈ হলে সমাজৰ নিজস্ব সংস্কৃতি থাকিব লাগিব। এইপিনৰ পৰা গোৱালপাৰা যথোচিত সমৃদ্ধিশালী। অসমৰ দৰে গোৱালপাৰা জিলাও নানা ভাষা-গোষ্ঠিৰ মানুহেৰে থাহ খোৱা। এই প্ৰত্যেক বিধ মানুহৰে নিজস্ব একোটা মাতৃ ভাষা আছে। এনে ধৰনৰ মাতৃভাষাক ধ্বংস কৰিববলৈ আমি কোৱা নাই। এইবোৰৰ উপস্থিতিও জানো অসমীয়া ভাষা শিকিব নোৱাৰি

ভাষা-জ্ঞান যিমানেই বাঢ়ে, সিমানেই জাতি একোটাক উন্নত বুলিব পাৰি। চুইজাৰলেণ্ডৰ জেনেভা চহৰত একেলগে তিনিটা আন্তৰ্জ্জাতিক ভাষা জনা মানুহ আমি নিজে লগ পাই আহিছোঁ। একেজন মানুহে যিমানেই আন ভাষা জানে, সিমানেই সেইজন সংস্কৃতি-সম্পন্ন হয়। এনেদৰে কোৱাত কাৰো প্ৰতি আমাৰ ঘৃণা বা বিদ্বেষৰ ভাব নাই। অসমীয়া ভাষা আৰ্য্য আৰু অনাৰ্য্য, উভয়ৰ বৰঙনিৰে সমৃদ্ধ।

আমাৰ অৰ্থ-নীতিক ভৈয়ামৰ জনজাতীয় সমাজে ৰূপ দিয়াৰ দৰে ভাষা-সংস্কৃতিকো এইসকলে ৰূপ দিছে। সেইপিনৰ পৰা এইসকল মহৎ। বৈষ্ণৱ যুগত সন্তৱহোৱাৰ দৰে সকলোকে সাৱটি লৈ বিৰাট অসমীয়া সংস্কৃতি আৰু সমাজ গঢ়ি তুলিবলৈ যত্নবান হব লাগিব। নিজকে উন্নত বুলি ভাবি, আনক অৱজ্ঞাৰ চকুৰে চোৱাটো হীন মনোভাবৰ কথা। এইথিনিতে আগতে পঢ়া কৱি-গুৰু ৰবীন্দ্ৰনাথৰ কথা এষাৰলৈ মনত পৰিছে। এই-জনাই কৈছিল: "ব্ৰাহ্মণে যেতিয়া শূদ্ৰক নিম্নগামী কৰিবলৈ যত্ন কৰে, তেতিয়া শূদ্ৰ নিম্নগামী নহয়, ব্ৰাহ্মণহে হয়।" অৰ্থনৈতিক সমস্যাৰ সমাধান নহলে ভাষা-সংস্কৃতিয়ে মাথোন একোটা জাতিক সৰহ দূৰ আগবঢ়াই নিব নোৱাৰে। এইষাৰ বৰ সঁচাকথা। যুগে যুগে মনীষি সকলে এইষাৰ কথাকে শিকাই আহিছে।

দেশখন সৰু সৰু গোটত বিভক্ত কৰি কোনো এজন ব্যক্তিয়ে ৰাজনৈতিক ক্ষমতা পাব পাৰে। সম্প্ৰদায় বিশেষে "আমাৰ সম্প্ৰদায়ৰ এজন মন্ত্ৰী হৈছে" বুলি 'মানসিক তৃপ্তি' পোৱাৰ বাহিৰে সম্প্ৰদায়টোৰ অৱস্থা একেদৰেই "পানীত হাঁহ নচৰা" হৈ থাকে। বহল ভাবে ভাবি চাবলৈ গলে, ইয়াৰ পৰা কাৰো উপকাৰ নহয়। সেইকাৰণেই মন্ত্ৰীৰ পদপীৰ জৰীয়তে কোনো সমাজ বা সম্প্ৰদায়ৰ সমস্যা সমাধান হব নোৱাৰে বুলি কৈছোঁ।

সঁচা কথা, আমি বুৰ্জ্জোৱা সমাজত বাস কৰিছোঁ। এনে



এখন সমাজৰ কিছুমান চিৰন্তন গুণ আছে। এইবোৰ ভাঙিচিঙি ডোখৰ ডোখৰ কৰাৰ পৰা কাৰোবাৰ কিবা জানো লাভ হব পাৰে? সাহিত্যিক-দাৰ্শনিক অল্‌ডইছ হাক্সলীয়ে কোৱাৰ দৰে "সকলো চিৰন্তন বস্তুৰে নিজস্ব একোটা ৰূপ আছে। আহিৰ পৰিৱৰ্ত্তন নঘটে।" অৰ্থনৈতিক ক্ষেত্ৰৰ স্বাৱলম্বীতাই চিৰন্তন গুণৰাশিৰ ধ্বংস নুসূচায়। এইষাৰ কথা আমি মনত ৰখা উচিত।

অসমীয়া সাহিত্যই আন সাহিত্যৰ ৰূপৰেখাৰ খবৰ ৰাখিছে। এইটো বৰ মঙ্গলৰ কথা। আছুতীয়াকৈ কোনো বস্তু কেতিয়াও বৃদ্ধিপ্ৰাপ্ত হব নোৱাৰে। সাম্প্ৰতিক যুগৰ সাহিত্য জনসাধাৰণ মুখী হৈছে। এইটোও মঙ্গলৰ কথা। এই ক্ষেত্ৰত ভাৰতীয় প্ৰান্তীয় সাহিত্য বিশেষভাৱে আগবঢ়া উচিত। আমাৰ দেশখন জৰ্জ্জৰিত, লাঞ্ছিত মানুহৰ দেশ। এইসকলৰ হৈ সাহিত্যই মাত নামাতিব জানো?

গেলছৱৰ্ডি, ইবছেন বা জৰ্জ্জ বাৰ্ণাড শ্বৰ লেখীয়াকৈ আমাৰ নাট্য-সাহিত্য আজি সমাজমুখী হৈছে। আচলতে সাহিত্যৰ প্ৰতিটো দিশেই সমাজমুখী হৈছে। নাট্য-সাহিত্যৰ কথা কওঁতে ৰঙ্গমঞ্চৰ কথা মনলৈ অহাটো তেনেই স্বাভাৱিক। মঞ্চৰ সাজ-সজ্জাৰ বিষয়ে জাপানত এবিধ "নাও" নামেৰে সংযত পদ্ধতিৰ উদ্ভৱ হৈছে। ইয়াৰ প্ৰভাৱ বিশ্ব-সাহিত্যৰ ওপৰত, লাইকৈ বৰ্ত্তমান যুগৰ ইংৰাজী সাহিত্যৰ ওপৰত নপৰাকৈ থকা নাই। এই প্ৰভাৱ অসমীয়া নাট্য সাহিত্য আৰু ৰঙ্গমঞ্চৰ ওপৰতো পৰিছে। জাপানৰ কলা-কৌশল সংযত হোৱাৰ দৰে, অসমৰ কলা-কৌশলো সংযত। জাপানৰ কথা কওঁতে মোৰ জাপানী কৱি ইয়ন নগুছিৰ ইংৰাজী ৰোমাণ্টিক কাব্যৰ বিশ্লেষণৰ কথা মনত পৰে। সংযত কলা-কৌশলৰ প্ৰমাণ আমাৰ প্ৰাচীন সাহিত্যতো আছে, সাম্প্ৰতিক সাহিত্যতো আছে।

উদ্যোগ-বিস্তাৰ নোহোৱা হেতুকে আমাৰ উপন্যাস সাহিত্য

চালুকীয়া অৱস্থাৰ। জীৱন যিমান বিচিত্ৰ হয়, উপন্যাস সাহিত্য সিমান সমৃদ্ধিশালী হয়। এই ক্ষেত্ৰত অসমীয়া সাহিত্যৰ ওপৰত বিদেশী প্ৰভাৱ সুস্পষ্ট। পোনতে বিদেশীৰ আহিত আমাৰ উপন্যাস সাহিত্য বৰ্ণনাধৰ্ম্মী আছিল। এই ক্ষেত্ৰত মাক্সৰ আদৰ্শ সুস্পষ্ট। অৱশেষত ফ্ৰয়ড, য়ুং, এডলাৰ আদিৰ অনুপ্ৰেৰণাত ই মনস্তাত্বিক হবলৈ বাধ্য হয়। বিশ্বসাহিত্যৰ ক্ষেত্ৰত এইযাৰ কথা যেনেদৰে সঁচা, তেনেদৰে অসমীয়া সাহিত্যৰ ক্ষেত্ৰতো সঁচা। মাৰ্ক্সে মানুহৰ মন যেনেদৰে সমাজমুখী কৰিছে, তেনেদৰে ফ্ৰয়ডে অন্তৰমুখী কৰিছে। ফ্ৰয়ড বা মাৰ্ক্স অধ্যয়ন কৰাত কোনো আপত্তি থাকিব নোৱাৰে।

বয়সত পূৰঠ নহলে জীৱনৰ অভিজ্ঞতা নাবাঢ়ে বুলি কথা এষাৰ আছে। অভিজ্ঞতা পূৰঠ নহলে সাহিত্য, ঘাইকৈ উপন্যাস সাহিত্য ঠন ধৰি উঠাটো টান। বিশ্বসাহিত্যত ইয়াৰ অৱশ্যে ব্যতিক্ৰম নোহোৱা নহয়।

ফৰাচী সাহিত্যত সৌ সিদিনা কমবয়সীয়া ছোৱালী এজনীয়ে প্ৰথমশ্ৰেণীৰ উপন্যাস সৃষ্টি কৰি জগতক স্তম্ভিত কৰিছিল, তাৰ প্ৰমাণ আছে। সাম্প্ৰতিক যুগৰ অসমীয়া সাহিত্যৰ বিষয়েও এইযাৰ কথা কব পাৰি। ফ্লবাৰ্ট আৰু মোপাঁছাৰ অনুপ্ৰেৰণাত "বাস্তৱতাৰ" নামত এসময়ত ফৰাচী উপন্যাস আৰু গল্পসাহিত্য সম্পূৰ্ণৰূপে যৌনতাত্বিক হৈছিল। যৌন-তাত্বিকতাই পুথি একোখনৰ বজাৰত বিক্ৰি সহজ কৰিব পাৰে। সেইবুলি ই জানো ভাল সাহিত্য সৃষ্টি কৰিব পাৰে? কোনো কোনো পণ্ডিতে "মহৎ সাহিত্য"ৰ কথা কয়। মহৎ সাহিত্য কি আজিও মই বুজা নাই—আহিৰ পিনৰ পৰা মহৎ নে বিষয়বস্তুৰ পিনৰ পৰা মহৎ? যি সাহিত্যই সৰহ সংখ্যক মানুহৰ অন্তৰ স্পৰ্শ কৰে, সেয়ে জানো ভাল সাহিত্য নহয়? গভীৰ ভাৱে অন্তৰত সাঁচ বহুৱাব পৰাটো ভাল সাহিত্যৰ লক্ষণ। অস্কাৰ-ৱাইল্ডে পুথিৰ



বিষয়ে কৰা মন্তব্য এফাকি এইখিনিতে প্ৰণিধানযোগ্য। এইজনাই কিতাপ দুভাগত ভগাইছিল—"ভালকৈ ৰচিত কিতাপ" আৰু "বেয়াকৈ ৰচিত কিতাপ"। সংখ্যাৰ পিনৰ পৰা তাকৰীয়া হলেও ভালকৈ ৰচিত কিতাপে যে সাহিত্যৰ ভৰাল চহকী কৰে, সেইবিষয়ে সন্দেহ নাই। আমাৰ উপন্যাস সাহিত্যৰ এইখিনিতে সাৰ্থকতা।

আমাৰ জীৱন বিচিত্ৰ নহয় যদিও, উপন্যাস সাহিত্যই ঠেকছিগা জীৱনৰ এই ৰূপটো প্ৰকাশ নকৰাকৈ থকা নাই। উপন্যাস সাহিত্যৰ মাদকতা সাৰ্ব্বজনীন। বহিঁজাগতিক পৰিবেশৰ বুজ যেনেদৰে লয়, তেনেদৰে মনৰ সংঘাতৰো ই বুজ লয়। জীৱন সমৃদ্ধ নহলে মনৰ সংঘাত সমৃদ্ধ হব নোৱাৰে। ঔপন্যাসিক জেমছ্ জয়াছে অন্তঃস্ৰোতৰ কথা কৈছিল। জটিলতাৰ কাৰণে বিশ্বৰ জীৱন যথেষ্ট সমৃদ্ধিশালী আৰু বিচিত্ৰ। অনুন্নত দেশৰ জীৱন চেপাখোৱা বিধৰ হোৱাটো স্বাভাৱিক কথা।

আমাৰ সাহিত্যত বিশ্ব-সাহিত্যৰ বোৱতী সুঁতিৰ নানা পৰীক্ষা নীৰিক্ষা চলিছে। আমাৰ সাহিত্যৰ কিবা যদি পৰিবৰ্ত্তন হৈছেও, সেই পৰিবৰ্ত্তন আহিবহে পৰিবৰ্ত্তন। যাক চিৰন্তন বোলা হয়, সেই বস্তুৰ পৰিবৰ্ত্তন নহয়। চিৰন্তন বস্তু শাশ্বত। আমাৰ জীৱন বিচিত্ৰ আৰু সমৃদ্ধিশালী নহলে উপন্যাস-সাহিত্য বিচিত্ৰ আৰু সমৃদ্ধিশালী হোৱাটো বিচাৰিব নোৱাৰি। বিশ্বসাহিত্যৰ আদৰ্শাত্মক অনুপ্ৰেৰণাত ৰজনী বৰদলৈৰ পৰা ৰাধা বৰুৱালৈকে উপন্যাস সাহিত্যৰ আহিৰ ভালেমান পৰিবৰ্ত্তন সংঘটিত হৈছে। ৰজনী বৰদলৈৰ উপন্যাস সমূহ সাধাৰণতে বুৰঞ্জীগত যদিও, সেইবোৰতো ডুখৰীয়া হলেও সমাজ-জীৱনৰ ছবি আছে। সকলো সৃষ্টিৰ গুৰিতে সমাজ-মন একোটাৰ প্ৰয়োজনীয়তা আছে। বিশ্বৰ উপন্যাস সাহিত্য অধ্যয়ন কৰিলে, এইযাৰ কথাৰ প্ৰমান ওলাই পৰে।

বঙ্গদেশীয় সাহিত্যৰ বাহিৰে ইংৰাজী ভাডনিৰ জৰীয়তে আন প্ৰান্তীয় ভাষাৰ বস্তু অধ্যয়ন কৰিলে মনত মোৰ এটা কথাই প্ৰতিভাত হয়। সেইটো হৈছে চুটি গল্প আৰু সাম্প্ৰতিক কৱিতাৰ ক্ষেত্ৰত অসমীয়া সাহিত্য যথেষ্ট আগবঢ়া। এইবোৰ বঢ়িয়াকৈ আন ভাষালৈ ভাঙি উলিয়াব পাৰিলে ই দেশৰ আৰু দহৰ কল্যান সাধন কৰিব। "আমি অসমীয়া নহও দুখীয়া" বুলি কৈ থাকিলে লাভ নাই। দুখীয়া যে নহও, তাৰ প্ৰমাণ হাতে কামে দিব পাৰিলে ভাল। শঙ্কৰ-মাধৱৰ যুগত অসমীয়া সাহিত্য সৰ্ব্বভাৰতীয় আদৰ্শাত্মক সাহিত্য আছিল। বৰ্ত্তমান ই আন্তৰ্জাতিক অনুপ্ৰেৰণাৰ বস্তু হবলৈ বাধ্য হৈছে। আমাৰ সাম্প্ৰতিক যুগৰ সাহিত্য ফঁহিয়াই চালে, এইষাৰ কথা স্পষ্ট হৈ পৰিব।

কোনো কোনো পণ্ডিতৰ মতে, সাম্প্ৰতিক সাহিত্য স্পন্দনহীন "দুৰ্ব্বোধ্য" সৃষ্টি। এইষাৰ কথা কিমানদূৰ সঁচা, ভাবি চাবলগীয়া। পোনতে আনৰ অনুপ্ৰেৰণাত ৰচিত প্ৰতিটো বস্তুৱেই "দুৰ্ব্বোধ্য" বুলি পৰিগণিত হয়। ৰোমাণ্টিক যুগৰ নতুন সাহিত্য কোনো কোনোৰ মতে "দুৰ্ব্বোধ্য" আছিল। বিহুগীত বা বনগীত সুৰীয়া কাব্যৰচনা কৰিয়েই যুগ এটা কেৱল সৰহদূৰ আগবাঢ়িব নোৱাৰে। "জয়ন্তীযুগ"ত আবিস্কৃত প্ৰগতিশীল সাহিত্যৰ উত্থান যেনেদৰে হয়, তেনেদৰে পতনো হয়। এই পতনৰ অন্তৰ্মে কাৰণ নথকা নহয়। পুথি এখনত অল্‌ডইছ হাক্সলীয়ে কোৱা কথা এষাৰ প্ৰয়োগ কৰি কব পাৰি—সাহিত্যৰ সৌন্দৰ্য্য সৃষ্টি কৰিব নোৱাৰাৰ হেতুকেই, নাইবা আমাৰ প্ৰদেশত শিল্পউদ্যোগৰ বিস্তাৰ নোহোৱা হেতুকেই, এই সাহিত্য ইংৰাজী সাহিত্য-বুৰঞ্জীৰ জৰ্জ্জিয়ান কাব্য যুগটোৰ দৰেই পতনমুখী হবলৈ বাধ্য হৈছিল।

সাম্প্ৰতিক অসমীয়া কৱিতা বিদেশী কৱিতাৰ দৰে প্ৰতীক্ সমৃদ্ধ। এইবোৰ শব্দ-সৰ্ব্বস্ব নহয়, ভাৱ সৰ্ব্বস্বহে। প্ৰতীকবাদী আন্দোলনৰ



জন্ম হয় পোনতে ফৰাচী দেশত। টি, এছ, ইলিয়টৰ জৰীয়তে ই বিশ্বসাহিত্যলৈ আহে। টি, এছ, ইলিয়ট আমাৰ আধুনিক কৱিতাৰ অনুপ্ৰেৰণা। সেইবুলি আনলৈ চোৱাতকৈ নিজৰ প্ৰাচীন সাহিত্যৰ পম খেদাটো জানো ভাল নহব? অসমীয়া ৰামায়ণত আছে: "মুখ তোলা চন্দ্ৰবদনী

চাওঁ মই চন্দ্ৰোদয়"।

অশোক বনত সীতাক বন্দিনী কৰি থওঁতে ৰাৱণে এইষাৰ কথা কৈছিল। সীতাৰ মুখখন দেখিবলৈ জোনটোৰ লেখীয়া। ইয়াকে প্ৰাচীন কৱিয়ে প্ৰতীকৰ জৰীয়তে কৈছে। নাৰীৰ মুখ জোনৰ সৈতে ৰিজোৱা উদাহৰণ বিহুগীততো আছে।

যেনে: চেনাইৰে মুখলৈ

চাই নো পঠিয়ালো

যেন পূৰ্ণিমাৰে জোন"।

প্ৰতীকৰ ক্ষেত্ৰত বিশ্বৰ আন সাহিত্যৰ পৰা ধাৰ কৰা হৈছে যদিও এই বিষয়ে আমাৰ প্ৰাচীন সাহিত্য বহুতো সমৃদ্ধিশালী। পণ্ডিতসকলৰ মতে, প্ৰতীক দুবিধ। এবিধ হৈছে "ৰাজহুৱা প্ৰতীক" আৰু আনবিধ হৈছে "ব্যক্তিগত প্ৰতীক"। "ৰাজহুৱা প্ৰতীক" সমাজত জীন যোৱা বস্তু। সেই কাৰণে ইয়াক সকলোৱে চিনি পায়। আধুনিক কৱিশিল্পীয়ে ব্যক্তিগত প্ৰতীক জনাজাত কৰিছে। এইখিনিতে দুয়োবিধ বস্তুৰ পাৰ্থক্য। নিজৰ ঘৰৰ বস্তু চিনি নোপোৱাটো মাৰাত্মক কথা।

এই বিষয়ে সৰহকৈ কৈ "খাল খান্দি ঘৰিয়াল চপাই" আনিব খোজা নাই। সাধাৰণতে এইখিনিতে প্ৰশ্ন হয়, প্ৰগতিৰ অৰ্থ কি? আজি যাক প্ৰগতিশীল বুলিছো, কাইলৈ সি জানো আওপুৰণি নোহোৱাকৈ থাকিব? প্ৰগতিশীলতাৰ অৰ্থ হৈছে নিয়াৰিকৈ সজা, শোষণহীন সমাজ। এনেকৈয়ে মই ভাবো। এনে এখন সমাজ অৰ্থনৈতিক, সামাজিক, সংস্কৃতিগত, ভাষাগত

সকলো ক্ষেত্ৰতে ন্যায়পৰায়ণ সমাজ। শোষণ-যুক্ত সমাজ বিপদ-সঙ্কুল সমাজ।

ভাৰতীয় আনবোৰ প্ৰান্তীয় ভাষাৰ ৰিজনিত যিটো ভাষাত পোণতে গদ্য-সাহিত্যৰ উদ্ভৱ হৈছিল, সেইটো ভাষাৰ গদ্য-সাহিত্যৰ বিষয়ে ন কৈ জানো কব লাগিব? ইংৰাজ লেখাৰু এইচ, জি, ওয়েলছ্‌ৰ মতে ভাল গদ্য-সাহিত্যৰ কাৰণে কল্পনাৰ প্ৰয়োজন, সেই বুলি এই কল্পনা ৰোমান্টিক যুগৰ কৱিশিল্পীৰ উদভ্ৰান্ত কল্পনা নহয়। যি কল্পনাই মানুহৰ মনত চিত্তধৰ্ম্মী ভাৱাবেগৰ সৃষ্টি কৰে, তেনেধৰণৰ কল্পনাৰ কথাহে মনিষী জনাই কৈছে। মোৰ মনেৰে ভাল গদ্য-সাহিত্য কথিত ভাষাৰ আৰ্হিৰ, পোণপটীয়া ধৰণৰ হব লাগে। এই বিষয়ে সৰহকৈ আৰু কব খোজা নাই। ইতিমধ্যে আমাৰ সাহিত্যত উপন্যাস আৰু চুটি গল্পৰ ৰচনা হোৱাৰ দৰে ৰচনা সাহিত্য বা সমালোচনা সাহিত্যৰ উদ্ভৱ হৈছে। সমালোচনা সাহিত্য ইৰ্ষা-প্ৰনোদিত মন্তব্যৰ শাৰীৰপৰা উৰ্দ্ধলৈ উঠিব লাগিব। আনক অযথা আক্ৰমণ কৰাতকৈ নিজে সাহিত্য সৃষ্টিৰ ব্ৰতত ব্ৰতী হোৱাটো উচিত। আমাৰ সাহিত্যৰ বাবে কৰিবলগীয়া এতিয়াও বহুত কাম আছে। যিবোৰ বিভাগত অসমীয়া সাহিত্য দুৰ্ব্বল, সেইবোৰ বিভাগত প্ৰতিভাশালীসকল ব্ৰতী হোৱা উচিত।

গাৱেঁ-ভূঁএে স্থাপিত পুথিভৰালৰ জৰীয়তে অসমীয়া সাহিত্যৰ যথেষ্ট জনপ্ৰিয়তা বাঢ়িছে। সেই বিষয়েও সন্দেহ নাই। পুথিৰ প্ৰকাশক সকলে এই বিষয়ে যথেষ্ট বৰঙনি যোগাইছে। অভাৱ-গ্ৰস্ত হোৱা হেতুকে মানুহ একোজনে নিজে কিতাপ কিনি পঢ়াটো অসম্ভৱ। এই কাৰণেই ৰাজহুৱা পুথি ভৰালৰ প্ৰয়োজন। অৰ্থ-নৈতিক ক্ষেত্ৰত আমাৰ নিচিনা অনুন্নত দেশ এখনত পুথিভৰালৰ বিশেষ প্ৰয়োজনীয়তা আছে। পুথিভৰালে যেতিয়াই আন্দোলন হৈ দেখা দিয়ে, তেতিয়াই দেশৰ কাৰণে মঙ্গল। পুথিভৰালৰ ওপৰত কেৱল নিৰ্ভৰশীল নহৈ অৰ্থশালীসকলে মাহেকীয়া খৰছৰ



তালিকাত কিতাপ কিনাটো অন্তৰ্ভুক্ত কৰি লব পাৰিলে অসমীয়া সাহিত্যৰ প্ৰচাৰ বহুগুণে বাঢ়িব। পকীঘৰত থাকিলেই নাইবা ধূলি উৰুৱাই মটৰগাড়ীত বিচৰণ কৰিলেই ব্যক্তি একোজন মহৎ নহয়। ব্যক্তিৰ সমষ্টিয়েই সমাজ। সমাজ উন্নত কৰিবলৈ হলে, আন বছা বছা গুণৰ লগতে ব্যক্তি একোজনে অধ্যয়নৰ অভ্যাস কৰাটো উচিত। "মই অসমীয়া কিতাপ নপঢ়ো" বুলি গৰ্ব্ব কৰাৰ পৰা লাভ জানো কিবা আছে? মাতৃভাষা অসমীয়া হোৱা সত্বেও অসমীয়া কিতাপ নপঢ়া জনে কোনো কিতাপকে নপঢ়ে। আচ-লতে কিতাপ পঢ়োঁতাজনে মাতৃভাষাত ৰচিত কিতাপক কেতিয়াও এনেদৰে আওকাণ নকৰে।

ইংৰাজী ভাষাত ৰচনা কৰিব পাৰিলেও নিজৰ মাতৃভাষাত কিতাপ ৰচনা কৰিব পৰাটোহে ভাল কথা। নিজৰ ভাষাক চহকী কৰোঁ বুলি নাইবা অৰ্থৰ আশাত কোনোবাই যদি কিতাপ ৰচনা কৰে, তেন্তে সেই কিতাপ বেয়া বস্তু হবলৈ বাধ্য। সেইদৰে ধন আহিলেও পাঠ্য-পুথি ৰচোঁতাজন কেতিয়াও ভাল সাহিত্যিক হব নোৱাৰে। সকলোৰে কৰ্ম্মবিভাগ থকাৰ দৰে সাহিত্যৰো আছে। অৰ্থলাভৰ আশাত কিতাপ ৰচনা কৰাৰ কথা এই কাৰণেই কৈছো কেতিয়াবা মোক কিবা প্ৰৱন্ধপাতি লেখা দেখিলেই এজন উচ্চ শিক্ষিত ধনী বন্ধুৱে সদায় সোধে: "এইটোৰ পৰা কিমান টকা পাব?" নিজে দুখীয়া যদিও জানো, কিতাপক একমাত্ৰ উপাৰ্জ্জনৰ পথ বুলি গণিতা কৰাটো বৰ শুদ্ধ কথা নহয়।

সেইবুলি গ্ৰন্থকাৰৰ জীৱনত যে অৰ্থৰ বিশেষ প্ৰয়োজন নাই, এইষাৰ কথাও বৰ সঁচা নহয়। শিল্পী-সাহিত্যিক মৌ-পিয়া চৰাই নহয়। মৌ চুহিবলৈকো ফুলত মৌ থাকিব লাগিব। এই ক্ষেত্ৰত প্ৰকাশকসকলৰ নিজস্ব এক দায়িত্ব আছে। দুখীয়া লেখকৰ মূৰৰ ঘিউ কাঢ়ি প্ৰকাশকসকলে চহকী হবলৈ যোৱাটো ভুল কথা। এই সকলে দুখীয়া লেখকৰ পৰিশ্ৰমৰ কথা চিন্তা

কৰিব লাগিব। কিতাপ একোখন ৰচনা কৰোঁতে শিল্পী-সাহিত্যিক জনৰ কিমান শ্ৰম আৰু কষ্ট হয়, দেখা জনেহে জানে।

ধৰ্ম্ম আন্দোলনক শক্তিশালী কৰি গঢ়ি তোলাৰ মানসেৰে শঙ্কৰ-মাধৱে নাইবা আন বৈষ্ণৱ গুৰুকৱি সকলে পুথি ৰচনা কৰিছিল। প্ৰত্যেক আন্দোলনৰ গুৰিতে সাহিত্যবস্তু আছে। শঙ্কৰ-মাধৱে আৰু বৈষ্ণৱ গুৰু-কৱি সকলে এইষাৰ কথা বঢ়িয়াকৈ বুজিছিল। অস্বীকাৰ কৰি লাভ নাই; সেইসকলে আধ্যাত্মবাদী সাহিত্য সৃষ্টি কৰিছিল।

যি সাহিত্যই মানুহৰ মন চিৰকলীয়াকৈ পোহৰ কৰে; তেনে সাহিত্যহে বিশ্বজনীন আৰু সৰ্ব্বব্যাপী হোৱাটো সম্ভৱ। ৰচনা কৌশলৰ প্ৰয়োজনীয়তা আছে। সেইবুলি বিষয়বস্তুৰ প্ৰয়োজনীয়তাৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। সঁচা কথা; ফাপৰে ধৰা কুকুৰ এটা চিত্ৰশিল্পীৰ যাদুস্পৰ্শত মোহনীয় হৈ উঠাটো একো আচৰিত কথা নহয়। ৰচনা-কৌশলৰ কথা অস্বীকাৰ কৰা নাছিল যদিও শঙ্কৰ-মাধৱে নাইবা আন বৈষ্ণৱ কৱি-শিল্পী সমাজে বিষয় বস্তুৰ কথাও অস্বীকাৰ নকৰিছিল। শিক্ষিত সমাজৰ মানুহৰ মাজত থকাৰ দৰে; অনাখৰী সমাজৰ মানুহৰ মাজতো শঙ্কৰ-মাধৱৰ প্ৰভাৱ আছে। নহলে খৰিকটীয়া মানুহ এজনৰ মুখত বৰগীত ধ্বনিত হয় কেনেকৈ? বৰগীতৰ সুৰ লৈ সুধীসমাজৰ মাজত মতানৈক্য আছে। ই যে ভাৰতীয় ৰাগ প্ৰধান সঙ্গীত আচঁনিৰ অন্তৰ্ভুক্ত, সেই বিষয়ে মহাপণ্ডিত ডক্টৰ সুনীতি কুমাৰ চট্টোপাধ্যায় ডাঙৰীয়াই মন্তব্য কৰিছে।

লোকগীতৰ ক্ষেত্ৰত গোৱালপাৰা যথেষ্ট সমৃদ্ধিশালী। ভাষাৰ পিনৰ পৰা চাবলৈ গলে, এইবোৰ বনগীত বা বিহুগীতৰ দৰেই আওপুৰণি নহয়। এইবোৰ বৈষ্ণৱ যুগৰ পিছৰ সৃষ্টি বস্তু বুলি কোনোবাই কলে তাক জানো অস্বীকাৰ কৰিব পৰা হব?

লোক-সাহিত্য হৈছে জন-সমাজৰ বস্তু। এইবোৰ একোখন নিৰ্ম্মল অজটিল সমাজৰ বস্তু। এনে এখন সমাজেহে, কোছত কেঁচুৱা নচুৱাই মাকে আকাশৰ জোনটোক "জোনবাই এ বেজী এটা দিয়া" বুলি নিচুকাব পাৰে। সেইকাৰণে ভাষাৰ পিনৰ পৰা নহলেও সামাজিক দৃষ্টি কোণৰ পৰা চাই, এইবোৰক আওপুৰণি বস্তু বোলা হৈছে। সেই কাৰণেই এইবোৰক লোক-সাহিত্য বোলা হয়। কেৱল বৰগীতৰেই নহয়, গোৱালপৰীয়া লোকগীতৰো অধ্যয়ন আৰু গৱেষণা হোৱাটো উচিত। হাড়ে-হিমজুৰে গোৱালপাৰা অসমৰ অবিচ্ছেদ্য অঙ্গ। প্ৰাচীন কালত আজিৰ গোৱালপাৰা জিলা অতিক্ৰম কৰি অসমৰ সীমা প্ৰবাহিত হৈছিল। কেৱল লোকগীতেই নহয়; গোৱালপৰীয়া সংস্কৃতিৰো বিশেষ অধ্যয়ন আৰু গৱেষণা হোৱা উচিত। এই কাম অসম সাহিত্য সভাই কৰিব পাৰে।



অসম সাহিত্য সভাই একো কৰা নাই বুলি সমালোচনা কৰিলেই কেৱল নহব। ই কি কি কৰিব লাগে বা কি কি কৰাটো উচিত হব, সেই বিষয়ে দিহা-পৰামৰ্শ দিয়াটো ভাল হব। মোৰ আগত মন্ত্ৰী এজনে এবাৰ অসম সাহিত্য সভাই ৰাজনীতিৰ বাহিৰে আন একো কৰা নাই বুলি কৈছিল। অসমীয়া ভাষা অসমৰ ৰাজ্যিক ভাষা হব লাগে বুলি কোৱাটো জানো ৰাজনীতি? এই একেষাৰ কথাকে জানো প্ৰধান মন্ত্ৰী নেহৰুৱে এসময়ত কোৱা নাছিল? অসম সাহিত্য সভাই যে নন কিতাপ প্ৰকাশ কৰিছে, সেইষাৰ কথা জানো নুই কৰিব পাৰি? জনা হলে মন্ত্ৰীজনাই এনেদৰে অজ্ঞতাৰ পৰিচয় নিদিলেহেঁতেন।

ব্যক্তি একোজনৰ দৰে কলেবৰ কেৱল ডাঙৰ হলেই অনুষ্ঠান একোটা সমৃদ্ধিশালী হৈছে বুলিব নোৱাৰি। বৰ্ত্তমান অসম সাহিত্য সভাৰ শাখা-প্ৰশাখা বাঢ়িছে। বছেৰেকত এবাৰ সাৰ নাপাই, এইবোৰে সাহিত্য সভাৰ আঁচনি অনুসাৰে কাম কৰা

উচিত। ইয়াৰ বাবে আঁচনি প্ৰস্তুত কৰাৰ উপৰিও আঁচনি অনুসাৰে কাম হৈছে নে নাই হোৱা চাবলৈ পৰিদৰ্শক নিযুক্ত হৈছে জানো? যিবোৰ অনা-অসমীয়া অঞ্চলত বা অনুষ্ঠানত অসমীয়া ভাষাৰ শিক্ষাৰ ব্যৱস্থা হৈছে, সেইবোৰত কাম হৈছে নে নাই হোৱা চোৱাটো অসম সাহিত্য সভাৰ কৰ্ত্তব্য। এনেবোৰ বিষয়ত নিজে একো কৰিব নোৱাৰিলেও চৰকাৰক অসম সাহিত্য সভাই সকিয়াই দিয়াটো উচিত হব।

অসম সাহিত্য সভা যে অৰ্থকৰী অনুষ্ঠান নহয়, সেইযাৰ কথা জানো। পৰিশোধ কৰিবলগীয়া ঋণ ইয়াৰ বহুতো আছে। সেইপিনৰ পৰা সভাপতিৰ সময় তেনেই তাকৰীয়া। এইযাৰ কথা ব্যক্তিগতভাৱে কোৱা নাই, সমূহীয়া ভাৱেহে কৈছোঁ। কথাযাৰ সুধীসমাজে এবাৰ ভাবি চালে সুখ পাম।

হে সাহিত্যপ্ৰেমী ৰাইজ, আপোনাসকলৰ এই মৰমৰ বাবে দুনাই শ্ৰদ্ধা জনাই আজিলৈ সামৰিব খুজিছোঁ। এই অভাজনক সৰ্ব্বসাধাৰণ ৰাইজে পাহৰিলেও অসমীয়া ভাষা সাহিত্যৰ পূজাৰীসকলে পাহৰা নাই। কথাযাৰ ভাবি বৰ সুখ পাইছোঁ। সকলোৰে কল্যাণ হোক—ইয়াকে প্ৰাৰ্থনা জনাই আজিলৈ সামৰিলোঁ।

## বুৰঞ্জী সন্মিলনৰ সভাপতিৰ অভিভাষণ

মাননীয় প্ৰতিনিধিবৰ্গ আৰু সমবেত ৰাইজ,

আজিৰ ধুবুৰী বুৰঞ্জী সন্মিলনৰ সভাপতিৰূপে সন্মানিত কৰা বাবে অভ্যৰ্থনা সমিতি আৰু অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিক মই আন্তৰিক ধন্যবাদ জনাইছোঁ। জীৱনৰ অধিককাল বুৰঞ্জীৰ অধ্যয়ন আৰু অধ্যাপনা কৰিলেও তাহানিৰ আৱাহন আদিৰ গোটাদিয়েক প্ৰবন্ধত বাদে অসমীয়া ভাষাত মোৰ বুৰঞ্জী সাহিত্যৰ বৰঙণি বিশেষ নাই। এই সন্মান পাবৰ নিমিত্তে, সেইবাবে মোৰ কিমানদূৰ যোগ্যতা আছে মই নিজেই সন্দিহান। যিয়ে নহওক, আপোনালোকৰ নিৰ্দ্দেশ নতশিৰে লৈ দুআষাৰ দাঙি ধৰিব খুজিছোঁ। ইয়াত ভাব-ভাষাৰ কিবা ভুল-ভ্ৰান্তি হলে যাতে নিজগুণে ক্ষমা কৰে—এয়ে ভৰষা।

বিজ্ঞানৰ উন্নতি আৰু জ্ঞান বিকাশৰ লগে লগে বৰ্ত্তমান মানৱজাতিয়ে এটা নতুন যুগত উপনীত হৈছে। সিদিনালৈকে যি চন্দ্ৰদেৱতাক পূজা কৰা হৈছিল আজি সেই চন্দ্ৰদেশতে গৈ উপনিবেশ পতাৰ যো-জা চলিছে। একালত ভাবিব নোৱাৰা অন্তৰীক্ষ ভেদি চন্দ্ৰলোক পোৱাৰ লগে লগে মানৱ জীৱনৰ সকলো বিষয়তে নতুন দৃষ্টিভঙ্গীৰে নতুন মূল্যায়ন কৰাৰ কাল আহিছে। বুৰঞ্জী প্ৰগতিশীল-ৰক্ষণশীল নহয়; ই সময়ৰ লগত খোজ মিলাই যাব লাগিব। সেই বুলি বুৰঞ্জীৰ তথ্য বা ঘটনা লৰচৰ নহয়—তেনে কৰাৰ সম্ভৱো বা উচিতো নহয়। কিন্তু এইবিলাকৰ ব্যাখ্যা বা

সিদ্ধান্ত সময়ে সময়ে সালসলনি হয়। গতিকে নতুন ভাৱধাৰাৰ সমন্বয় ৰাখি কালে কালে নতুন বুৰঞ্জী ৰচনা হয়। একালত বুৰঞ্জীৰ লিখনীসমূহ আছিল উপদেশমূলক (Didactic), আনহে নালাগে থুকিডাইডিচৰ (Thucydides) দৰে বৈজ্ঞানিক ৰচকো এই দোষৰ পৰা মুক্ত হব পৰা নাছিল। ইয়াৰ পাছৰ যুগত ৰজা-মহাৰজা, ডা-ডাঙৰীয়াৰ তোষামোদৰ উদ্দেশ্যে সিবিলাকৰ গৌৰৱ বৰ্ণনা কৰাই হল বুৰঞ্জীৰ লক্ষ্য। সম্প্ৰতি এই ভাৱধাৰাৰ আমূল পৰিবৰ্ত্তন হৈছে। সত্য অন্বেষণেই বৰ্ত্তমান বুৰঞ্জীৰ ধৰ্ম আৰু ই সৃজনীশক্তি সম্পন্ন মানুহ জাতীৰ সকলো ক্ৰিয়া আৰু ভাৱধাৰাৰ সমাবেশ; গতিকে মানুহৰ সকলো কাৰ্য্য কলাপেই বুৰঞ্জীৰ বিষয় বস্তু। বুৰঞ্জীবিদ গুচ্চৰ (Gooch) ভাষাত কবলৈ গলে;

The scope of history has widened its scope to include every aspect of the life of humanity. No one would now dare to maintain with Seely that history was the biography of States and with Freeman that it was merely past politics.......he (historian) now casts his net wider and embraces the whole record of civlization. The influence of nature, the pressure of economic factors, the origin and transformation of ideas, the contribution of science and art, religion and philosophy, literature and law, the material conditions of life, the fortunes of masses—such problems now claim his attention in no less degree. He must see life steadily and see it whole.

বুৰঞ্জী ৰচনাৰ নতুন ভাৱধাৰৰ লগে লগে ইয়াৰ আহিলা-পাতিৰ প্ৰতিও নতুন দৃষ্টিভঙ্গী দিব লগা হৈছে। ৰজা-মহাৰজাৰ গুণ-কীৰ্ত্তন আৰু সিবিলাকৰ যুদ্ধ-বিগ্ৰহ; জয়-পৰাজয়তে বুৰঞ্জী সীমাবদ্ধ থকা কালত চৰকাৰী বা অৰ্দ্ধচৰকাৰী ৰাজনৈতিক সমলৰ ওপৰতে ৰচকে গুৰুত্ব দিব লগা হৈছিল। এইবিলাক সমলৰ বহুতো এনেভাবে অতিৰঞ্জিত আৰু অলঙ্কাৰপূৰ্ণ ভাষাত লিখা হয় যে, সেইবিলাক ভেদি প্ৰকৃত সত্যত উপনীত হোৱা টান হৈ



পৰে। সাহিত্য সমাজৰ দাপোণ স্বৰূপ। সমসাময়িক সাহিত্য, কাব্য, নাটক, কৱিতা, চৰিত পুথি, ধৰ্ম পুথি, আনহে নালাগে লোক-গীতিও চালি-জাৰি সম্প্ৰতি বুৰঞ্জী লিখকে মানুহৰ কেউপিনৰ পৰিবেশ, সিবিলাকৰ কাৰ্য্যকলাপ; সুখ-দুখ, আশা-আকাঙ্ক্ষা, চিন্তাধাৰাৰ হুবহু চিত্ৰ দিবলৈ চেষ্টা কৰিছে। হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়া-কীৰ্ত্তন' আৰু 'বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰী' এই দুখন পুথিয়ে যোৱা শতিকাৰ ষষ্ঠ দশকৰ কুসংস্কাৰ আৰু অধঃপতনশীল সমাজৰ চিত্ৰ দাঙি ধৰিছে। বিদ্যাসাগৰৰ দৰে অসমৰ গুণাভিৰামেও যে বিধবা বিবাহ প্ৰচলনৰ বাবে চেষ্টা কৰিছিল তেওঁৰ 'ৰাম নৱমী' নাটকেই তাৰ জলন্ত প্ৰমাণ। সঙ্গম সাহিত্যই দাক্ষিনাত্যৰ প্ৰাচীন বুৰঞ্জীৰ গৱেষণাত যুগান্তৰ আনিছে। স্বাধীনতা যুগৰ আগ জাননী দিছে অগ্নিকৱি কমলা কান্ত ভট্টাচাৰ্য্যৰ 'পাহৰণি'ত—

জন্মিব সিদিনা শতেক মেটচিনি,
তুচ্ছ পৰি থকা শিলৰ পৰা;
শত গৰিবল্ডি জনম লভিব,
কৰিব পোহৰ ভাৰত-ধৰা।

সমসাময়িক হেমচন্দ্ৰ বানাৰ্জীয়েও সেই সুৰতে গাইছে—

চীন, ব্ৰহ্মদেশ, অসভ্য জাপান,
তাৰাও স্বাধীন, তাৰাও প্ৰধান;
দাসত্ব কৰিতে কৰে হেয় জ্ঞান,
ভাৰত শুধুই ঘুমায়ে ৰয়।
বাজৰে শিঙ্গা বাজ এই ৰবে,
সবাই স্বাধীন এ বিপুল ভবে;
সবাই জাগ্ৰত মনেৰ গৌৰবে,
ভাৰত শুধুই ঘুমায়ে ৰয়।

অংশ্যে সমল মাত্ৰেই সত্য উদঘাটনকাৰীৰ সহায়ক নহয়;

সেইবাবে যি কোনো সমলেই বুৰঞ্জী ৰচকৰ গ্ৰহণীয় হব নোৱাৰে। বুৰঞ্জীৰ সমল সাধাৰণতে দুভাগে বিভক্ত—মুখ্য (Primary) আৰু গৌণ (Secondary)। মুখ্য বা প্ৰত্যক্ষদৰ্শী সমলৰ ওপৰতে ৰচকে যাইকৈ নিৰ্ভৰ কৰে। অৱশ্যে এইবিলাক প্ৰামাণ্য আৰু নিভাঁজ (Authentic) নহলে সত্যৰ পৰিবৰ্তে অসত্যহে প্ৰচাৰ হব; গতিকে এই বিষয়েও বুৰঞ্জীৰচক আদিৰে পৰাই সজাগ হব লগা হয়। মান ভগনৰ সময়ত উজনি অসমৰ দ'ল-দেৱালয় আৰু ইয়াৰ সংশ্লিষ্ট পৰিয়ালৰ ৰজাদিনীয়া তামৰ ফলি-বিলাক লুপ্ত হৈছিল। এই চেলুতে, লাখেৰাজ তদন্ত কমিচনাৰ জেনকিন্স চাহাবৰ মতে, বহুতে জাল ফলি তৈয়াৰ কৰি নিজা স্বত্ব প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিছিল। আকৌ কোনো সময়ত দেশত নকলি মুদ্ৰা প্ৰচলন হোৱাও বিৰল নহয়। এনে ধৰণৰ সমলৰ ভিত্তিত ৰচনা কৰা বুৰঞ্জী যে নিৰ্ভৰযোগ্য নহয়, এই কথা বঢ়াই নকলেও হব। মণিৰাম দেৱানৰ 'বুৰঞ্জী বিৱেক ৰত্নৰ' দৰে পুৰণি বুৰঞ্জীৰো কোনোখনৰ মূলখনৰ সুংসূত্ৰই পোৱা নাযায়; তাৰোপৰি একোখনৰ গ্ৰন্থকাৰ বা কাল নিৰ্ণয় কৰাই টান হৈ পৰে। সমসাময়িক আন বুৰঞ্জীৰ লগত মিল নহলে ওপৰোক্ত পুৰণি বুৰঞ্জীৰো তথ্যপাতি সাৱধানে সন্নিৱিষ্ট নকৰিলে বুৰঞ্জীৰচক পথভ্ৰষ্ট হোৱাৰ শঙ্কা থাকে। আকৌ স্বাৰ্থজড়িত মহলে মূলতথ্য অতিৰঞ্জিত, বিকলাঙ্গ বা একেবাৰে নকলি কৰি প্ৰচাৰ কৰাও বিচিত্ৰ নহয়। ১৮৫৭ চনৰ বিদ্ৰোহত ৰাণী লক্ষ্মীবাঈৰ ভূমিকা সম্পৰ্কে ৰাণীয়ে তেওঁৰ পৰিয়ালৰ পুৰীৰ পাণ্ডাজনলৈ হিন্দিত লিখা এখন চিঠি দৰ্শোৱা হৈছে। এই চিঠিত অৱশ্যে চৰ্বিসনা বন্দুকৰ গুলিৰ কথা উল্লেখ আছে। কিন্তু চিঠিখন লিখা হয় মিৰাট চহৰৰ পৰা ১৮৫৬ চনৰ মাৰ্চ মাহত, যি সময়ত ৰাণী সেই ঠাইত থকাৰ একো প্ৰমাণ পোৱা নাযায়। আকৌ সেই-কালৰ লগত এই চিঠিৰ ভাষা, লিপি, আনকি নালাগে ব্যৱহাৰ কৰা ৰাণীৰ মোহৰটো একেবাৰে অমিল। তাতোকৈ ১৮৫৭ চনৰ জানুৱাৰী মাহলৈকে ভাৰতীয় চিপাহীয়ে গৰু-গাহৰিৰ চৰ্বিসনা গুলীৰ সম্পৰ্কে একোকে নাজানিছিল। গতিকে নথি-পত্ৰ বা পুৰণি বুৰঞ্জী যিয়ে নহওক, প্ৰত্যেকৰে ৰচক কোন আৰু কেতিয়া, ক'ত, কি অৱস্থাত আৰু কি উদ্দেশ্যত লেখিছিল সকলোবিলাক পাৰ্য্যমানে পৰীক্ষা কৰা উচিত। ৰচক ঘটনাৰ প্ৰত্যক্ষদৰ্শী আছিল, নে আনৰ সমলৰ ভিত্তিত লেখিছিল, আৰু পাছৰ ক্ষেত্ৰত তথ্যবিলাক কিমানদূৰ নিৰ্ভৰযোগ্য আছিল—এই বিষয়েও অনুসন্ধান কৰা উচিত। আকৌ প্ৰতক্ষদৰ্শী হলে তেওঁ কোনো ব্যক্তি, দল, গোষ্ঠীৰ পাক চক্ৰত পৰি লেখিছিল, নে নিজ বিবেকৰ দ্বাৰা প্ৰকৃত ঘটনাৰ বিৱৰণ দিছিল, ঘটনাৰ পাছতে লেখিছিল, নে কিছুকালৰ পাছত সুঁৱৰি লেখিছিল— কিয়নো স্থান-কাল ভেদে ঘটনাও লৰচৰ হয়—এইবিলাক বিষয়েও পৰীক্ষা কৰা আৱশ্যক।

ওপৰত কৈ অহাৰ দৰে যুগ পৰিবৰ্তন আৰু নতুন সমলৰ দৃষ্টিগচৰৰ লগে লগে বুৰঞ্জীৰ সিদ্ধান্তও পৰিবৰ্তন হয়; সেইবাবে বুৰঞ্জীৰ শেষ কথা কোৱা ৰচকৰ সম্ভৱপৰ নহয়। তথাপি পাৰ্য্য-মানে সকলো তথ্যপাতি সংগ্ৰহ আৰু আহৰণ কৰি সেইবিলাক সন্নিৱিষ্ট কৰাই বুৰঞ্জীৰচকৰ কৰ্ত্তব্য। তথ্যৰ অজ্ঞতা, অৱহেলা বা সেইবিলাকৰ গোপন কাৰ্য্যত বিদেশীৰ দৰে দেশীয় বুৰঞ্জীৰচকো কম দায়ী নহয়। দেশে-বিদেশে, মেলে-মিটিঙে বহুতে কয়— ভাৰতবাসী আদিৰে পৰাই অহিংসবাদী। বুৰঞ্জীয়ে কি কয়? বুদ্ধ, মহাবীৰ দুয়োজনাই অহিংসনীতিৰ অগ্ৰদূত যে আছিল আমি দুই নকৰোঁ। সম্ৰাট অশোকত বাদে আৰু কেইজন ভাৰতীয় ৰজাৰ অহিংসাই পৰম ধৰ্ম আছিল? কলিঙ্গ যুদ্ধৰ আগলৈকে অশোকৰ নীতি কি আছিল? শ্ৰীকৃষ্ণৰ সুদৰ্শন চক্ৰ আৰু ৰাম-লক্ষ্মণৰ ধেনুশৰৰ তাৎপৰ্য্য কি? এই সুধী সমাজেই উত্তৰ দিব।

ভুল তথ্যৰ ভিত্তিত এটা অসত্য কিছুকাল প্ৰচলন হলে সিয়ে সত্যৰূপে পৰিগণিত হৈ বুৰঞ্জীৰ অপলাপ হোৱাৰ উপৰিও জাতীয় জীৱনৰ সমস্যা—আনকি নালাগে বিপৰ্য্যয়ো ঘটাব পাৰে। দেশ স্বাধীন হোৱাৰ পৰা খণ্ড-বিখণ্ড হৈ সম্প্ৰতি অসমৰ অস্তিত্ব আছেগৈ ভৈয়ামৰ জিলাকেইখনত। এতিয়া ইয়াৰো একোছোৱাকৈ কাৰবীয়া পৰ্বতীয়া জিলাকেখনত চামিল কৰাৰ চেষ্টা চলোৱা হৈছে আৰু কিছুদূৰ এই কাৰ্য্যত কৃতকাৰ্য্যও হৈছে। নগাসকলৰ মতে লাডৈগড়—আনকি নালাগে ৰেল-লাইন পৰ্য্যন্ত ভৈয়ামৰ সমুদায় অঞ্চল আহোম ৰজাসকলে সিবিলাকৰ দখলত নিছিল। লেখিব-পঢ়িব নজনা বাবে আহোমৰ দিনৰ কথাই নাই বৃটিছৰ আমোলতো নগাহঁতৰ লগত একো লিখিত বন্দোৱস্ত নাছিল, এইটো সঁচা। নগাখাটসমূহৰ তত্বাৱধানকাৰী ৰাজকটকী-বিলাকৰ নিয়োগৰ পৰাই তেওঁলোকে বুজা উচিত যে আহোম-ৰাজে উক্ত অঞ্চলৰ স্বত্ব একেবাৰে এৰি দিয়া নাছিল। খাচিয়া নগা-ডফলাৰ খেল বা সিবিলাকৰ মূৰব্বীহঁতে ভৈয়ামৰ কিবা স্বত্ব পালেও সি উপভোগ স্বত্বহে (Usufructuary); মালিকীস্বত্ব নাছিল। একে ধৰণেৰে 'দোৱাৰ' অঞ্চলৰ ভোট ৰজাৰ স্বত্ব সম্পৰ্কে চাৰিহুৱাৰৰ বৰুৱাৰ ঘৰত পোৱা নথি-পত্ৰৰ আলমত কমিচনাৰ জেনকিন্স চাহাবে লেখিছে—

"It appears from old decisions of Barphukan (Case A) (that) the Bhooteahs had fallen in arrears of tribute and were made to settle account......" "From B, it appears ......the Barphukan asserts his right to order the Raj-khowa to make what arrangement may be necessary (in case the Bhutias) make any disturbance. The Barphukan also received the right of the Assam Government to kill rhinocerous and elephants in the Dooars. Further the Bhooteahs were prohibited from taking any article from certain mahals which were considered not to be a portion of the Dooars."



সিকালে বৃটিছৰ সোপাঢিলা নীতি আৰু উদাসীনতাৰ সুবিধা লৈ বুৰঞ্জীৰ দোহাই দি চীনাহঁতেও উত্তৰ-পূব সীমান্তৰ এছোৱাত খোপনি পুতি লোৱাৰ উপৰিও প্ৰায় ৯০,০০০ কিলোমিটাৰ অৰ্থাৎ ভৈয়ামলৈকে উত্তৰৰ পৰ্বতীয়া অঞ্চল দাবী কৰিছে। মহাভাৰত-পুৰাণৰ পৰা দাঙি ধৰা ভাৰত চৰকাৰৰ তথ্যসমূহ চীনাহঁতে একেবাৰে উপকথা বুলি অগ্ৰাহ্য কৰিছে। চীনাহঁতক হৰিভৰ দি আলষ্টাৰ লেম্বে তেওঁৰ McMahon Line নামৰ পুথিত মন্তব্য কৰিছে—

The claim raised in recent years that in NEFA the British and the Ahoms had exercised effective Administration all along the Assam Himalayas is not supported by impressive evidence.

একোজন লিখকে আকৌ কয় যে, বৃটিছৰ পূৰ্ব্বে কৰিয়াপাৰা দোৱাৰৰ অধীবাসীবিলাকে মনপাহঁতক কৰ-কাটল শোধাব লাগিছিল, ইয়াৰ অৰ্থে এই দোৱাৰৰ অসমীয়া প্ৰজাসকল তিব্বতৰ তলতীয়া সাত ৰজাহঁতৰহে শাসনাধীন আছিল। এই যুগৰ অসম বুৰঞ্জীৰ সাধাৰণ জ্ঞান থকা হলেও লেম্ব চাহাবে হয়তো এনে ধৰণৰ উক্তি নকৰিলেহেঁতেন। ওপৰোক্ত দোৱাৰ আঘোণৰ পৰা আহাৰলৈকে এই আঠমাহ সাত ৰজাহঁতৰ অধীনত আছিল এইটো সঁচা, কিন্তু বাকী চাৰি মাহ আকৌ আহোম ৰাজবিষয়াৰ শাসনাধীন হৈছিল। এই দ্বৈতৰূপীয়া শাসনৰ মূলতেই আহোমৰাজে দুৱাৰৰ সাৰ্বভৌমত্ব বা প্ৰভুত্ব কেতিয়াও হস্তান্তৰ কৰা নাছিল। সাত ৰজাহঁতৰ তিব্বেত আৰু পৰোক্ষভাবে চীনৰ লগত যিয়ে সম্বন্ধ নহওক, সিবিলাক আহোম ৰজাৰ কৰতলীয়া আছিল। ১৬৮৮ চনত জনদিয়েকে কৰ-কাটল বন্ধ কৰাত গুৱাহাটীৰ বৰফুকনৰ ফৌজে গৈ সিহঁতক বশ্যতা স্বীকাৰ কৰি আকৌ কৰ দিবলৈ বাধ্য কৰে। সাত-ৰজাহঁতে তিব্বেত বা চীনৰ বিনা অনুমোদন আনকি নালাগে

অজ্ঞাতে আহোম আৰু বৃটিছৰ লগত চুক্তি আৰু সন্ধিপত্ৰত চহী কৰাৰ পৰাই অনুমান হয় যে সিবিলাক ওপৰোক্ত দুই শক্তিৰ প্ৰভাৱৰ পৰা প্ৰায় মুক্ত আছিল। মিৰি-ডফলাবিলাকৰ উপৰি উত্তৰৰ পাৰ্বত্য অঞ্চলৰ মন্‌পাবিলাকো অসম ৰজাৰ শাসনাধীন যে আছিল হেমিল্টন চাহাবেও তেওঁৰ An Account of Assam (১৮০৮-৯) অত লেখি থৈ গৈছে। চীন-পূৰ্বভাৰতৰ একালত সাংস্কৃতিক আৰু বাণিজ্যিক যোগাযোগ ঘটিলেও, চীন ৰাজবংশৰ কোনো ৰজাই যে অসমৰ উত্তৰাংশত আধিপত্য বিস্তাৰ কৰা, আনহে নালাগে এটা অভিযান চলোৱাৰ সম্পৰ্কেও বুৰঞ্জী একেবাৰে নিমাত বুলিয়ে আমি ডাঠি কব পাৰোঁ।

প্ৰচীন ঐতিহ্যৰে ভৰা ভাৰতবৰ্ষত আচৰিত কথা, আদিতে বুৰঞ্জী ৰচনা কাৰ্য্যত অতিকৈ পিচপৰা আছিল। কৌটিল্যৰ দৰে ৰাজনীতিবিদ, ব্যাসৰ দৰে মহাকবি, কালিদাসৰ দৰে বিদগ্ধ পণ্ডিতৰ আবিৰ্ভাৱ হলেও এই দেশত, হিউৰেডটাচ্, থুকিডাইডিচ্ বা পলিবিয়াচৰ দৰে বুৰঞ্জীৰচক জন্ম গ্ৰহণ কৰা নাছিল। সংসাৰ অসাৰ আৰু অনিত্য—হয়তো এই ভাৱধাৰাৰ বাবেই আদি যুগত ঘটনাৱলী লিখি ৰখা হোৱা নাছিল। আকৌ আলবেৰুণীয়ে কোৱাৰ দৰে হিন্দুসকলে সকলো বিষয়ে নিজকে সৰ্বশ্ৰেষ্ঠ আৰু প্ৰতিভাশালী বুলি ভৰা কাৰণেও হয়তো তেওঁলোকে নিজৰ বিষয়ে লিখি থৈ যোৱা নিষ্প্ৰয়োজন বুলি ভাবিছিল। মহাকাব্য পুৰাণ আদিত কোনো ঘটনাৰ বৰ্ণনা থাকিলেও সেইবিলাকত দেৱতা অসুৰৰ যুদ্ধৰ দৰে অলৌকিক কথাই অধিক ঠাই পাইছিল। বুৰঞ্জী ৰচনা কাৰ্য্যত পুৰণি কামৰূপ ৰাজ্যও যে ভাৰতৰ আন অংশতকৈ বিশেষ অগ্ৰসৰ হৈছিল তাৰ কোনো প্ৰমাণ পোৱা নাযায়। বুৰঞ্জী স্প্‌হী টাই বা আহোমসকলৰ অহাৰ পৰাই—অৰ্থাৎ তেৰ শতিকাৰ আদিৰে পৰাই অসমত বুৰঞ্জী সাহিত্যৰ আৰম্ভ হয়। এইবিলাক বুৰঞ্জীৰ এখনৰ লগত



আন এখনৰ মিল থকাৰ উপৰিও সমসাময়িক ফাৰ্চী ভাষাৰ মুচলমান ৰচকৰ বুৰঞ্জীৰ লগতো ঘটনাৰ প্ৰায়েই সামঞ্জস্য দেখা যায়। আকৌ শ্ৰীনাথ দুৱৰা বৰুৱাৰ দৰে যিসকলে ৰাজদৰবাৰৰ পৰা সীমান্তলৈকে ডা-ডাঙৰীয়াসকলৰ খা-খবৰ, নথি-পত্ৰ আৰু ইতিবৃত্ত পাবৰ সুযোগ ঘটিছিল সেইসকলৰ লিখনীত দিন-বাৰ-নক্ষত্ৰকে ধৰি প্ৰকৃত ঘটনাই সন্নিৱিষ্ট হৈছিল। কিন্তু মুচলমান ৰচকৰ দৰে সিবিলাকেও সকলো ঘটনাকে সমানে মূল্যায়ণ কৰিছিল। এটাৰ পাছত আন এটা ঘটনা দিয়াৰ অৰ্থে এটাৰ পিছত আন এটা ঘটনা ঘটিছিল। ঘটনাৰ সমন্বয় ৰখা (Correlation) বা সেইবিলাকৰ কাৰণ ফলাফল বিশ্লেষণ কৰাৰ আৱশ্যকতা ভাবিব পৰা নাছিল।

ওঠৰ শতিকাৰ প্ৰায় মাজ ভাগৰ পৰাই ইউৰোপীয় সদাগৰৰ লগত অসমৰ লেন-দেন চলিলেও উনৈশ শতিকাৰ তৃতীয় দশক মানলৈকে বহিৰ্জগতৰ বাবে এই ৰাজ্য আছিল 'অজান্তিমুলুক' বা 'মায়াপী দেশ'। ডক্টৰ ৱেড্ (Wade) বুকানন হেমিল্টন (Buchanon Hamilton), ডেভিদ স্কট্ (David Scott), পেম্বাৰটন্ (Pembarton), জেনকিন্স্ (Jenkins) প্ৰভৃতি বিষয়াসকলৰ টোকা, প্ৰতিবেদন আৰু লেঠেৰি-নিছিগা নথি-পত্ৰৰ পৰা এই অজান্তি মুলুক পোহৰলৈ আহিল। নাফ্‌ভিল (Neufville), হোৱাইট্ (White), হানে (Hannay), বাট্‌লাৰ (Butler), ডেল্টন (Dalton) আদিৰ প্ৰৱন্ধ-পাতিৰ পৰা থল-পৰ্বতৰ জনজাতিবিলাকৰো নানা তথ্য জানিব পৰা হ'ল। অসম বুৰঞ্জীৰ পিতৃস্বৰূপ গেইট্ চাহাবৰ প্ৰচেষ্টা আৰু চীফ কমিচনাৰ ৱাৰ্ড-লায়ালৰ পৃষ্ঠপোষকতাত ১৮৯৪ চনত অসমৰ নৃতত্ত্ববিভাগ স্থাপন হোৱাৰ পৰা বুৰঞ্জীৰ সমলৰ অনুসন্ধান আৰু সংগ্ৰহ কাৰ্য্যৰ সূচনা হয়। অৱশ্যে, অসমীয়া ভাষা সঞ্জীৱীত কৰাৰ দৰে, এই কাৰ্য্যতো আমেৰিকান মিচনেৰী চাহাবসকল আগৰণুৱা আছিল; কাশীনাথ

তামুলী ফুকনৰ বুৰঞ্জীকে ধৰি সিবিলাকে ছকুৰিখনমান পুৰণি বুৰঞ্জী সংগ্ৰহ কৰিছিল। দায়িত্বপূৰ্ণ চৰকাৰী কামৰ ব্যস্ততাৰ ভিতৰতো গেইটে তিনি বছৰৰ ভিতৰতে আহোম, কোঁচ, কছাৰী, জয়ন্তীয়া, ত্ৰিপুৰা, মণিপুৰ ৰাজ্যৰ কেইবাখনো প্ৰাচীন লিপি, ভালেমান মুদ্ৰা আৰু ত্ৰিশখনৰো ওপৰ পুৰণি বুৰঞ্জী আৰু বুৰঞ্জী-মূলক পুথি উদ্ধাৰ কৰে। ১৮৯৭ চনত প্ৰকাশিত গেইটৰ বহু-মূলীয়া প্ৰতিবেদন Report of the progress of Historical Research in Assam খনিয়ে অসমীয়া সাহিত্য-সংস্কৃতিৰ সম্পদসমূহলৈ সকলোৰে, বিশেষকৈ চৰকাৰৰ দৃষ্টিগোচৰ কৰে। পুৰণি পুথি সংগ্ৰহৰ বাবে ১৯১২ চনত চৰকাৰে পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱক সাময়িক ভাবে নিয়োগ কৰাত তেখেতে, কোচ-বিহাৰৰপৰা উজনি অসমলৈকে পুৰণি পুথি-পাঁজিৰ থলীসমূহলৈ গৈ ছমাহমানৰ ভিতৰতে ধৰ্ম্মপুথি, চৰিত পুথি, সাধু, যোজনা, বুৰঞ্জী, নাটক, গণিত, জ্যোতিষ নানা বিষয়ৰ ছশখনৰো অধিক পুথি সংগ্ৰহ কৰে আৰু এইবিলাকৰ কিছুমানৰ আঁতিগুৰি দি পাছলৈ 'অসমীয়া পুৰণি পুথিৰ বিৱৰণমূলক তালিকা (Descriptive Catalogue of Assamese Manuscripts) খন সঙ্কলন কৰে। সেই একে বছৰতে গোস্বামী প্ৰমুখ্যে জন-য়িদেক অনুসন্ধিৎসুৰ আশাশুধীয়া চেষ্টাত কামৰূপ অনুসন্ধান সমিতিৰ জন্ম হৈ তামৰ ফলি, শিলালিপি, মুদ্ৰা আদিৰ ঐতি-হাসিক তথ্যৰ উদ্ধাৰ, পুৰণি ভাস্কৰ্য্য, স্থাপত্য, চিত্ৰকলাৰ চানেকি আৰু পুথি সংগ্ৰহ কাৰ্য্যত আৰু অগ্ৰসৰ হয়।

বুৰঞ্জীৰ সমলসমূহ দেশী-বিদেশী সকলো ৰচকৰ বাবে যে সহজে বোধগম্য হব লাগিব, এই কথা গেইটে বঢ়িয়াকৈ বুজি হেমচন্দ্ৰ গোস্বামীৰ দ্বাৰা সূৰ্য্যখৰি দৈৱজ্ঞৰ 'দৰং ৰাজবংশাৱলী আৰু গোলাপচন্দ্ৰ বৰুৱাৰ দ্বাৰা আহোম ভাষাৰ 'আহোম বুৰঞ্জী' ইংৰাজীলৈ অনুবাদ কৰাইছিল। পদ্মনাথ ভট্টাচাৰ্য্যৰ 'কামৰূপ শাসনাৱলী' খনেও প্ৰাক্-আহোম যুগৰ অধ্যয়ন আৰু গৱেষণাৰ অবিহণা যোগায়। হেমচন্দ্ৰ গোস্বামীৰ 'পুৰণি অসম বুৰঞ্জী'খন বুৰঞ্জী প্ৰকাশৰ প্ৰথম পদক্ষেপ। অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ব বিভাগ হোৱাৰ পৰা, বিশেষকৈ এই বিভাগৰ 'হৃদপিণ্ড-স্বৰূপ' ডাঃ সূৰ্য্যকুমাৰ ভূঞাদেৱৰ প্ৰাণপণ চেষ্টাৰ ফলত পুৰণি বুৰঞ্জীৰ সংগ্ৰহ, সংৰক্ষণ আৰু প্ৰকাশ কাৰ্য্য বহুতো বৃদ্ধি হ'ল। পাণ্ডিত্যপূৰ্ণ ইংৰাজী অসমীয়া পাতনিৰে পুৰণি বুৰঞ্জীৰ সম্পাদন কাৰ্য্যত ভূঞাদেৱৰ অৱদান অতুলনীয়। প্ৰকৃত কথাত কবলৈ গলে, তেখেতৰ সম্পাদিত বুৰঞ্জীসমূহেই সম্প্ৰতি দেশৰ ভিতৰে বাহিৰে অসম বুৰঞ্জীৰ প্ৰতি গবেষকৰ দৃষ্টি আকৰ্ষণ কৰিছে।

গেইটে সংগ্ৰহ কৰা সমলৰ ভিত্তিতে ১৯০৬ চনত তেওঁ A History of Assam খন ৰচনা কৰে আৰু আজিকোপতি এইখনেই বৈজ্ঞানিক পদ্ধতিৰ একপ্ৰকাৰ সৰ্বসম্পূৰ্ণ অসম বুৰঞ্জী। অৱশ্যে ১৮৮৮ চনত গুণাভিৰাম বৰুৱাই আৰু ১৮২৯ চনতে হলিৰাম ঢেকীয়ালফুকনে (বঙলা ভাষাত) আধুনিক ধৰণেৰে একো-খনকৈ অসম বুৰঞ্জী ৰচনা কৰিছিল। গেইটে নিজেই কৈছে যে, তেওঁৰ প্ৰথম সংস্কৰণ কেখনমান প্ৰাচীন লিপিৰ অৱলম্বনতহে ৰচনা হৈছিল—আনহে নালাগে নিধনপুৰ লিপিয়েই সেই সময়ত উদ্ধাৰ হোৱা নাছিল। ইয়াৰ পিচৰ পৰা এফালে ন ন সমলৰ উদ্ধাৰ আৰু আনফালে বুৰঞ্জী আৰু প্ৰত্নতত্বৰ চৰ্চ্চা বৃদ্ধি হৈ সোণাৰাম চৌধুৰী, ৰজনীকুমাৰ পদ্মপতি, আনন্দচন্দ্ৰ আগৰৱালা, ৰাজমোহন নাথ, সৰ্ব্বেশ্বৰ কটকী প্ৰভৃতি কেবাজনেও তেখেতসকলৰ প্ৰবন্ধ পাতিৰে প্ৰাক্-আহোম যুগৰ নানা দিশ আলোচনা কৰে। ১৯৩৩ চনত প্ৰকাশিত কনকলাল বৰুৱাৰ Early History of Kamarupa বিশেষজ্ঞৰ সৰ্বপ্ৰথম নিৰ্ভৰযোগ্য বুৰঞ্জী। ডাঃ প্ৰতাপচন্দ্ৰ চৌধুৰীৰ History of Civilization of Assam (১৯৫৯) এই যুগৰে ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক সৰ্বসম্পূৰ্ণ বুৰঞ্জী।

প্ৰাক্-আহোম যুগতকৈ আহোম বা মধ্যযুগীয়া বুৰঞ্জীৰ সমল বহুতো বেছি ; তথাপিতো হিতেশ্বৰ বৰবৰুৱা, ৰত্নেশ্বৰ মহন্ত, ৰজনীকান্ত বৰদলৈ, ক্ষেত্ৰধৰ বৰগোহাঁই, বেণুধৰ শৰ্ম্মা জনদিয়েক বুৰঞ্জীস্পৃহীৰ প্ৰবন্ধাদিত বাদে কিছুদিনৰ আগলৈকে এই যুগৰ বুৰঞ্জী ৰচনা কাৰ্য্য একেবাৰে পিচপৰা আছিল। বহুতৰে ধাৰণা আছিল, অসম তথা ভাৰত বুৰঞ্জী মানেই প্ৰাচীন বুৰঞ্জী আৰু সিও ৰাজনৈতিক বুৰঞ্জী। এই যুগৰ জ্ঞানৰ পৰিসৰ বৃদ্ধি কৰি ইয়াৰ ভিত্তিত বৰ্ত্তমান আৰু ভৱিষ্যত সমাজ গঠন কৰাই হয়তো সিবিলাকৰ উদ্দেশ্য আছিল। এই ভ্ৰান্ত ধাৰণা ক্ৰমে লোপ পাই সম্প্ৰতি মধ্য আৰু একেবাৰে আধুনিক বুৰঞ্জীৰ ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক সকলো অংশৰে সমানে গুৰুত্ব দিয়া হৈছে। আহোম আৰু সমসাময়িক মুছলমান বুৰঞ্জীৰ অৱলম্বনত ডাঃ সুধীন্দ্ৰনাথ ভট্টাচাৰ্য্যৰ A History of Mughal North-East Frontier Policy (১৯২৯) আৰু ডাঃ জগদীশ নাৰায়ণ চৰকাৰৰ Life of Nawab Mirjumla (১৯৫১) মোগল-আহোম-কোঁচ সম্পৰ্কৰ দুখন মৌলিক বুৰঞ্জী। ডাঃ ভূঞাদেৱে তেখেতৰ Lachit Barphukan and His Times (১৯৪৭) আৰু Atan Buragohain and His Times (১৯৫৭) অত দুজন বিশিষ্ট পুৰুষৰ কাৰ্য্যকলাপৰ উপৰিও আহোম যুগৰ বহুতো তথ্য পোহৰলৈ আনিছে। ডাঃ নগেন্দ্ৰনাথ আচাৰ্য্যৰ A History of Medieval Assam (১৯৬৬) আৰু ডাঃ পদ্মেশ্বৰ গগৈৰ Tai and the Tai Kingdom (১৯৭০) দুয়োখনেই ঘাইকৈ ৰাজনৈতিক ঘটনা সমূহৰ বিৱৰণ দিছে। ওঠৰ শতিকাৰ শেষছোৱাৰ পৰা আহোম ৰাজ্যৰ পতন ঘটি এটা নতুন অধ্যায়ৰ সূচনা হয়—এই ছোৱাত ডাঃ অনিল বানাৰ্জীৰ Eastern Frontier of British India (১৯৪৬) আৰু ডাঃ ভূঞাৰ Anglo-Assamese Relations 1771-1826 (১৯৪৯) ঘাই অৱদান। কোম্পানীৰ



আমোলৰ সূত্ৰপাত হোৱাৰ পৰা অজাস্তিমূলক অসমলৈ বহিৰাগতৰ সোঁত বৃদ্ধি হৈ এফালে যিদৰে ৰাজনৈতিক, আৰ্থিক, সামাজিক নানা সমস্যাৰ উদ্ভৱ হ'ল আনফালে পাশ্চাত্য সভ্যতাৰ সংস্পৰ্শত ভাৰতৰ আন অংশৰ দৰে অসমতো নৱজাগৰণৰ পাতনি মেলিলে। চৰকাৰী বে-চৰকাৰী সমলৰ আলমত আমাৰ Assam : In the Days of the Company (১৯৬৩) নামৰ গ্ৰন্থত এই নতুন যুগৰ পোহৰ পেলাবলৈ চেষ্টা কৰা হৈছে।

ওচৰ-চুবুৰীয়া পৰ্বতীয়া জাতিবিলাকৰ লগত ভৈয়ামৰ অধিবাসী আৰু শাসকসকলৰ ওতঃপ্ৰোতভাবে সম্বন্ধ। পুৰণি বুৰঞ্জীৰ ভিত্তিত ডাঃ লক্ষীদেৱীৰ Ahom Tribal Relations (১৯৬৮) আৰু নথি-পত্ৰৰ আলমত ডাঃ বীৰেন্দ্ৰ চন্দ্ৰ চক্ৰবৰ্ত্তীৰ British Relations with the Hill Tribes of Assam (১৯৬৪) গ্ৰন্থত ক্ৰমে আহোম আৰু বৃটিছৰ লগত (আংশিকভাবে) পৰ্বতীয়া জাতি-সমূহৰ সম্বন্ধ বৰ্ণনা কৰিছে। এই সম্পৰ্কে মেকেঞ্জী (Machenzie) মিচেল (Michell), চেক্সপিয়েৰ (Shakespear), আদি বুৰঞ্জীৰচক সকল আগৰণুৱা হলেও তেওঁলোকৰ দৃষ্টিভঙ্গী আছিল প্ৰশাসনমূলক। সিবিলাকে বহুতো তথ্য অৱহেলা বা ইচ্ছাকৃতভাবেই প্ৰকাশ নকৰিছিল ; আকৌ কিছুমানৰ আঁতি-গুৰিৰ সম্পৰ্কে একেবাৰে অজ্ঞও আছিল। সেইবাবে উনৈশ শতিকাৰ উত্তৰ-পুব সীমান্তৰ সমস্যা নতুন দৃষ্টিভঙ্গীৰে আলোচনা কৰিবলৈ আমিও চেষ্টা কৰিছো আৰু ইয়াৰে Problem of the Hill Tribes : North-East Frontier (১৯৭০) নামৰ প্ৰথম খণ্ডটো প্ৰকাশ হৈছে। মণিপুৰ (১৯৬৯), নগা ১৯৭০), খাচিয়া (১৯৬৩) গাৰো (১৯৭১), লুচাই (১৯৬৯) সম্পৰ্কেও ইতিমধ্যে গুৱাহাটী বিশ্ব-বিদ্যালয়ত কেইবাখনো বুৰঞ্জীমূলক গৱেষণা গ্ৰন্থ সম্পূৰ্ণ হৈছে।

প্ৰাক্-আহোম আৰু মধ্যযুগীয়া আৰ্থিক, সামাজিক আৰু সাংস্কৃতিক বুৰঞ্জীতো কিছুমান আগবঢ়া হৈছে। A cultural History

of Assam নামৰ গ্ৰন্থত (১৯৫১) ডাঃ বিৰিঞ্চি কুমাৰ বৰুৱাই প্ৰাচীন অসমৰ ৰাজনীতি, সমাজ আৰু সাংস্কৃতিক জীৱন সম্পৰ্কে আলোচনা কৰিছে। নগেন বসুয়ে তেখেতৰ তিনি খণ্ডৰ Social History of Kamurupa (১৯২২), (১৯২৬) (১৯৩১)অত কিছুমান তথ্য দাঙি ধৰিলেও নানা ভুল-ভ্ৰান্তি দেখা যায়। ডাঃ নিৰ্মল বসুৰ Assam in the Ahom Age (১৯৭০) নামৰ পুথিখনো উমানাথ গোহাঁইৰ Assam under the Ahoms (১৯৪২) নামৰ পুথিৰে পৰিবৰ্দ্ধিত সংস্কৰণ যেন অনুমান হয়। আনফালে ধৰ্ম্ম আৰু সাংস্কৃতিক বুৰঞ্জীত সম্ভাৰ যোগাইছে পাণ্ডিত্যপূৰ্ণ তথ্যৰে ডাঃ বাণীকান্ত কাকতিৰ Mother Goddess Kamakhya (১৯৪৮) আৰু ডাঃ মহেশ্বৰ নেওগৰ Sankardeva and His Times (১৯৬৬) এই দুখনি গ্ৰন্থৰ দ্বাৰা। সেইদৰে ডাঃ সত্যেন্দ্ৰনাথ শৰ্ম্মাৰ Neo-Vaisnavite Movement and the Satra Institutions of Assam (১৯৬৬) খনিয়ে সত্ৰীয়া বুৰঞ্জীৰ অভাৱ পূৰণ কৰিছে। ডাঃ হৰিনাথ শৰ্ম্মা দলৈৰ History of Saktism and Sakta Literature in Assam (১৯৭০) ডাঃ সৰ্বেশ্বৰ ৰাজগুৰুৰ Mediaeval Assamese Society (১৯৬৯), ডাঃ মোহিনী কুমাৰ শইকীয়াৰ Early Assamese Muslim Relations and its Cultural significance (১৯৬৮) গুৱাহাটী বিশ্ববিদ্যালয়ৰ এই গৱেষণাগ্ৰন্থ কেখন আৱশ্যক অনুসাৰে সংশোধন আৰু অসমীয়ালৈ অনুবাদ কৰি অসম প্ৰকাশন পৰিষদৰ দৰে কোনো অনুষ্ঠানে প্ৰকাশ কৰিলে আমাৰ সামাজিক আৰু সাংস্কৃতিক বুৰঞ্জীৰ যথেষ্ট বৰঙণি যোগোৱা হব। প্ৰাক্-আহোম যুগৰ মূৰ্তি, ভাস্কৰ্য্য আৰু স্থাপত্য শিল্পৰো ইতিমধ্যে দুখন গৱেষণা গ্ৰন্থ সম্পূৰ্ণ হৈছে, ইয়াৰো প্ৰকাশকৰ অভাৱ নহব বুলিয়েই আমি আশা কৰোঁ।

ওপৰৰ পৰা দেখা যায় যে, যোৱা চতুৰ্থ দশকৰ পৰা, বিশেষকৈ



গুৱাহাটী বিশ্ববিদ্যালয় হবৰে পৰা, অসমৰ বুৰঞ্জী আৰু সাংস্কৃতিক তথ্যৰ অনুসন্ধান, অধ্যয়ন আৰু গৱেষণা কাৰ্য্য বৃদ্ধি হৈ আহিছে। অৱশ্যে এইটোও স্বীকাৰ কৰিব লাগিব যে, ভাৰতৰ প্ৰাচীন বুৰঞ্জীৰ দৰেই প্ৰাক্-আহোম যুগৰ বুৰঞ্জী বা প্ৰবন্ধাদিৰ সিদ্ধান্তবিলাকৰ বহুতো সবল যুক্তিৰ ওপৰত প্ৰতিষ্ঠিত হব পৰা নাই—'সিদ্ধান্ততকৈ এইবিলাকত সম্ভাৱনাই' বেছি দেখা যায়। আকৌ এই যুগৰ ৰাজনৈতিক বুৰঞ্জীৰে একোছোৱা ছেগা-ছোৰোকা বা একেবাৰে অন্ধকাৰতে আছে। নিভাঁজ সমলৰ ভিত্তিত নিৰ্ভৰযোগ্য সৰ্বসম্পূৰ্ণ আহোম যুগৰ বুৰঞ্জী এখনৰ যে অভাৱ এই কথা কোনেও নুই কৰিব নোৱাৰে। কেশৱনাৰায়ণ দত্তৰ Landmarks of the Freedom struggle in Assam (১৯৫৮) আৰু বেণুধৰ শৰ্ম্মাদেৱৰ 'মণিৰাম দেৱান', (১৯৫০) 'সাতাৱন চাল' (১৯২৭), 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' (১৯৫৯), স্বাধীনতা যুঁজৰ কিছু বেঙনি দিলেও নৱজাগৰণৰ পৰা স্বাধীনতা যুগ পৰ্য্যন্ত মৌলিক বুৰঞ্জী এখনৰ অতি প্ৰয়োজন। অসম চৰকাৰে, এই উদ্দেশ্যে বহু অৰ্থব্যয় কৰি বিশেষজ্ঞৰ দ্বাৰা কিছু সমলো সংগ্ৰহ কৰিছিল; কিন্তু বুৰঞ্জী প্ৰণয়ন কাৰ্য্যহে আমি জনাত এতিয়ালৈকে হৈ উঠাগৈ নাই। দলীয় চৰকাৰৰ নিৰ্দ্দেশত বুৰঞ্জী ৰচনা হবলৈ হলে যে ই নিৰপেক্ষ হ'ব পাৰিব এই বিষয়ে বহুতো সন্দিহান। সন্তোষৰ কথা, নথি-পত্ৰ আয়োগৰ পৰামৰ্শমতে সম্প্ৰতি ভাৰত চৰকাৰে সংগৃহীত সমলসমূহ গবেষকৰ কাৰণে মুকলি কৰি দিবলৈ নিৰ্দ্দেশ দিছে। ওপৰোক্ত সমল ভালকৈ চালি-জাৰি আৰু নতুন তথ্যও সংগ্ৰহ কৰি বে-চৰকাৰী ভাবেই এই কাৰ্য্য হাতত লোৱা সমীচীন হ'ব বুলি আমিও ভাবো। আহোম শাসন প্ৰণালী সম্পৰ্কেও এখন গৱেষণা গ্ৰন্থ সম্পূৰ্ণ হৈছে; তথাপিতো ৰাজহ, বিচাৰ, সমৰ প্ৰত্যেকটো বিভাগৰে বিশদ আলোচনাৰ সময় আহিছে। একেদৰেই আহোম যুগৰ স্থাপত্য-শিল্প, মূৰ্ত্তি-ভাস্কৰ্য্য,

চিত্ৰকলাৰো গবেষণাৰ আৱশ্যক। আকৌ এই যুগৰ প্ৰকাশিত-অপ্ৰকাশিত, আৰ্থিক, সামাজিক, সাংস্কৃতিক বুৰঞ্জীসমূহৰ সৰহ-ভাগেই বৰ্ণনামূলক; সেইবাবে কেবাশতিকা বা ক্ৰমবিকাশ হিচাবে নতুন দৃষ্টিভঙ্গীৰে এইবিলাক পৰ্য্যালোচনা কৰাৰ থল আছে। দাঁতি-কাষৰীয়া পৰ্বতীয়া জাতিবিলাকৰ আৰ্থিক অৱস্থা আৰু সিবিলাকৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক অনুষ্ঠান সম্পৰ্কে এতিয়ালৈকে চৰকাৰী টোকা, প্ৰতিবেদন নাইবা মিলচ্ (Mills) হাটনৰ (Hutton) দৰে পণ্ডিত-প্ৰশাসকৰ লিখনীতে সীমাবদ্ধ। এইবিলাকৰ উপৰিও অসমীয়া সংস্কৃতিত চান্ আৰু জনজাতীয়ৰ অৱদানৰ সম্পৰ্কেও গবেষকৰ দৃষ্টি আকৰ্ষণ কৰা উচিত। সৰ্বশেষত, উত্তৰ-পূব সীমান্তৰ জনজাতীৰ ওপৰত পাশ্চাত্য সভ্যতা, বিশেষকৈ মিচনেৰীসকলৰ কাৰ্য্যকলাপ আৰু প্ৰতিক্ৰিয়া সম্পৰ্কে নিৰপেক্ষ আলোচনা হলে বৰ্তমান সময়ত নানা মহলত হোৱা বিৰূপ সমালোচনা বহুদূৰ শাম কাটিব বুলিয়ে আমাৰ ধাৰণা।

দেশ স্বাধীন হোৱাৰ পৰা নতুন দৃষ্টিভঙ্গীৰে একালে গোটেই দেশৰ আৰু আনফালে ৰাজ্যিক বা আঞ্চলিক বুৰঞ্জী প্ৰণয়নৰ বাবে চেষ্টা চলিছে। এই সম্পৰ্কে মতভেদ নোহোৱাও নহয়। কোনোৰ মতে কম পৰিসৰৰ ৰাজ্যিক বুৰঞ্জীয়ে ঠেক মনোবৃত্তি আৰু আঞ্চলিক ভাবৰ মাত্ৰা বৃদ্ধি কৰি প্ৰকৃত সত্য উদ্ঘাটনৰ পথত অন্তৰায় হব—এইটো হবলৈ হলে আমিও এনে ধৰণৰ বুৰঞ্জীৰ সমৰ্থক হব নোৱাৰোঁ। সেই বুলি তাহানি কণকলাল বৰুৱাদেৱে কোৱা দৰে একেবাৰে জাতীয়তাৰ সোঁতত বুৰ মাৰি আমাৰ স্বতন্ত্ৰতা হেৰুৱাতো উচিত নহব—বৰং নিভাঁজ সমলৰ আঞ্চলিক বুৰঞ্জীৰ ভিত্তিতে ভাৰত বুৰঞ্জীৰ গাথনি হব লাগিব। একো অঞ্চলৰ বুৰঞ্জীৰচকে সেই অঞ্চলৰ ভিন ভিন জাতিৰ বৈশিষ্ট, ভাৱ-ভাষা, ৰীতি-নীতি, অচাৰ-ব্যৱহাৰ বুজিবলৈ যিমানদূৰ সক্ষম হব আন ৰচকৰ পক্ষে সিমানদূৰ নহব। এনে এখন সৰ্বসম্পূৰ্ণ



অসম বুৰঞ্জী প্ৰণয়নৰ বাবে এই সভাৰে কেইবাজনো ভূতপূৰ্ব সভাপতিয়ে সুধী সমাজৰ দৃষ্টি আকৰ্ষণ কৰিয়ে আছে। পৰিতাপৰ বিষয়, এই উদ্দেশ্যে এতিয়ালৈকে একো কাৰ্য্যকৰী পন্থা বা আঁচনি হৈ উঠাগৈ নাই।

অসম বুৰঞ্জীৰ গৱেষণা বা বুৰঞ্জীৰ ৰচনা যি উদ্দেশ্যে নহওক, সম্প্ৰতি সমলৰ অনুসন্ধান, সংগ্ৰহ আৰু সেইবিলাকৰ বৈজ্ঞানিক সংৰক্ষণ নিতান্ত আৱশ্যক—এই কথা বঢ়াই নকলেও হ'ব। বৰ্ত্তমান অৱস্থাত অসমৰ প্ৰাচীন বুৰঞ্জী নতুন সংস্কৰণ হবলৈ হলে এনে-বিলাক তথ্যৰ চৰ্বিত-চৰ্বন হোৱাতকৈ যে কোনো দিশৰ নতুন পোহৰ দিব পৰা হব আমাৰ মনে নধৰে। অজয় উপত্যকাৰ পাণ্ডু-ৰাজাৰ ঢিবি আৰু কাষৰীয়া অঞ্চলৰ পুৰনি নিদৰ্শনসমূহ উদ্ধাৰৰ লগে লগে বঙ্গদেশৰ প্ৰাক্-ঐতিহাসিক বুৰঞ্জীৰ আমূল পৰিবৰ্ত্তন কৰিব লগা হৈছে। কোনে কব পাৰে, গুৱাহাটী বিশ্ববিদ্যালয় আৰু অসম চৰকাৰৰ যুটীয়া প্ৰচেষ্টাৰ আমবাৰীৰ খনন কাৰ্য্যৰ দ্বাৰাও যে অসম বুৰঞ্জীৰ এক নতুন অধ্যায়ৰ সূচনা নহব। এনে ধৰণৰ কাৰ্য্যত দুখৰ বিষয়, প্ৰকৃত কাৰ্য্যতকৈ প্ৰচাৰ কাৰ্য বেছি হৈ কেদিনমানৰ পাছতে চৰকাৰী ৰঙাফিটাৰ মেৰপাক বা উদ্যোক্তাসকলৰ উদ্যম ম্লান হৈ চেঁচা পৰা দেখা যায়। আম-বাৰী খনন কাৰ্য্য যাতে উমৈহতীয়া মৰা গৰুৰ দৰে বাহী শ নহয়—নতুনকৈ স্থাপন হোৱা অসম পূৰ্ত্তবিভাগটো শক্তিশালী হৈ ইয়াৰ কাৰ্য্যৰ পৰিসৰ বৃদ্ধি হয়—ইয়াকে আমি বাঞ্চা কৰো।

আহোম যুগৰ সৰ্বপ্ৰধান সমল—আহোম আৰু অসমীয়া ভাষাৰ পুৰনি বুৰঞ্জীসমূহ। গোটেই ৰাজ্যত সিচঁৰিত হৈ থকা বুৰঞ্জীৰ সংখ্যা, কোনোৱে কয়, সীমা সংখ্যা নাই। সংখ্যাটো যিমানেই নহওক, আটাইবিলাকেই যে নিভাঁজ আৰু নতুন তথ্য যোগাব ডাঠি কোৱা টান। বুৰঞ্জীৰ উপৰিও বহুতৰে ধোঁৱাচাঙে থাপনাই থকা ধৰ্ম্মপুথি, মন্ত্ৰপুথি, চৰিত পুথি, লোকগীতি আৰু মঠ-মন্দিৰৰ

খাতা-পত্ৰ, পুৰণা ব্যৱসায়ীৰ হিচাবৰ বহী, নেতৃস্থানীয় লোকৰ চিঠি-পত্ৰৰো অনুসন্ধান আৰু সংৰক্ষণৰ নিতান্ত আৱশ্যক। এই কাৰ্য্য কষ্টসাধ্য আৰু ব্যয়বহুল—তাতোকৈ অভিজ্ঞ লোকৰ দ্বাৰাহে হোৱাতো উচিত; সেয়ে নহলে ধানতকৈ পতানহে সংগ্ৰহৰ সম্ভাৱনা বেছি। এই উদ্দেশ্যে কেবছৰমানৰ আগতে ভাৰতীয় বুৰঞ্জীমূলক নথি-পত্ৰ আয়োগৰ (Indian Historical Records Commission) পৰামৰ্শ অনুসাৰে অসম চৰকাৰে এখন আঞ্চলিক অনুসন্ধান সমিতি (Regional Survey Committee) নিয়োগ কৰিছিল। সংশ্লিষ্ট মহলৰ উদাসীনতা বা যি কাৰণেই নহওক, দুখনমান মিটিং হোৱাৰ পাছৰ পৰা উক্ত সমিতিৰ নাম-গোন্ধেই নোহোৱা হ'ল। নথি-পত্ৰ আয়োগৰ নিৰ্দেশ অনুযায়ী এই সমিতিৰ পুনৰ্গঠন হৈ যাতে ইয়াক সক্ৰিয় কৰা হয় তাৰ বাবে কৰ্তৃপক্ষক টানি ধৰাতো এই সন্মিলনৰ কৰ্ত্তব্য। সাতামপুৰুষীয়া পুথি-পাঁজি যিয়ে নহওক, এৰি দিবলৈ বহুতে হয়তো অনিচ্ছুক হ'ব! সেইবাবে আৱশ্যক অনুসাৰে বাতৰি কাকত, অনাতাঁৰ কেন্দ্ৰ আৰু চৰকাৰৰ প্ৰচাৰ বিভাগৰ যোগেদি আদিৰে পৰা জনমত গঢ়ি তোলাৰ চেষ্টা চলিব লাগিব। ওপৰোক্ত সমিতিয়ে গোটেই ৰাজ্যত কিছুমান শাখা সমিতি পাতি, সেইবিলাকৰ জৰিয়তে পোনতে এটা জৰিপ কৰি সংগ্ৰহ কাৰ্য্যত আগবাঢ়িব লাগিব। চৰকাৰী বে-চৰকাৰী বিষয়াৰ উপৰিও, এই জাতীয় কাৰ্য্যত অসম সাহিত্য শাখা সভা, যুৱক সভা আৰু আন আন ৰাজহুৱা অনুষ্ঠানৰ সহায়-সহযোগ লবলৈ সক্ষম হ'ব লাগিব। দান-বিক্ৰীৰ দ্বাৰা সংগ্ৰহ নোহোৱা অতি আৱশ্যকীয় সমলসমূহৰ Microfilm বা যি কোনো উপায়ে নকলটোকে লোৱাৰ প্ৰচেষ্টা চলিব লাগিব।

ওপৰত কৈ অহা সকলো সমলৰ সংগ্ৰহ আৰু সংৰক্ষণৰ সুব্যৱস্থা কৰাতো যে শীঘ্ৰে সম্ভৱপৰ নহয় ভাৰতীয় নথি-পত্ৰ আয়োগে এই কথা বঢ়িয়াকৈ বুজি, ১৯৪৭ চনতে অন্ততঃ বে-



চৰকাৰী বা ব্যক্তিগত নথি-পত্ৰ সমূহৰ জৰিপ এটা কৰি এখন জাতীয় নথি-পত্ৰৰ বিস্তাৰিত তালিকাকে (Register of National Records) প্ৰস্তুত কৰাৰ আঁচনি লৈছে। এই উদ্দেশ্যে পোনতে ৰাজ্যিক চৰকাৰসমূহলৈ তিনিহাজাৰ টকীয়া একোটা কেন্দ্ৰীয় অনুদানো দিয়া হৈছিল। অসম চৰকাৰেও, সুখৰ বিষয়, এই আঁচনি হাতত লয়। কিন্তু আন ৰাজ্যৰ তুলনাত বা খৰচ অনুপাতে কামতহে অগ্ৰসৰ হব পৰা নাই। আৰম্ভণিৰে পৰা, আয়োগৰ ১৯৭১ চনৰ প্ৰতিবেদন অনুসৰি, উৰিষ্যাত ১৫,৭২৭ খন, ৰাজস্থানত ১৫,৭১৮ খন, মহীশূৰত ১২,৭৭০ খন, পঞ্জাবত ৫৭৫৪ খন, অন্ধ্ৰপ্ৰদেশত ৫৩৬৫ খন, বিহাৰত ৬৬১ খন আৰু অসমত মুঠেই ১৭৫ খনহে বিস্তাৰিত তালিকা প্ৰস্তুত হৈছে। অসমৰ আঁচনিত কিবা দোষ থাকিলে সেইবিলাক দূৰ কৰি এই জাতীয় তালিকাৰ কাৰ্য্যৰ যাতে ক্ষিপ্ৰতৰ গতি হয়, তাৰ বাবে আমি সংশ্লিষ্ট মহলৰ দৃষ্টি আকৰ্ষণ কৰিলো।

সন্তোষৰ কথা, ৰাজধানীৰ ন-পুৰনি নথি-পত্ৰসমূহ প্ৰশিক্ষণ-প্ৰাপ্ত এজন বিষয়াৰ তত্বাৱধানত সংৰক্ষণৰ সুব্যৱস্থা হৈছে। কিন্তু জিলা মহকুমাৰ সদৰ, মিউনিচিপালিটী, লোকেলবোৰ্ড আৰু বিশেষকৈ বিলুপ্ত হোৱা গৌৰীপুৰ, বিজনী প্ৰভৃতি জমিদাৰসকলৰ মোগল যুগৰে পৰা আৰম্ভ হোৱা নথি-পত্ৰবিলাক একোজন বিভাগীয় কেৰাণী বা চকীদাৰৰ হাতত এনেদৰে অনাদৃত অৱস্থাত ৰখা হৈছে যে, ইতিমধ্যে সেইবিলাকৰ কিছুমান উঁৱলী যোৱাৰ উপৰিও আখৰবিলাক প্ৰায় নিচিহ্ন হৈ পৰিছে। এইবিলাক সংৰক্ষণৰ উদ্দেশ্যে ভাৰতীয় বুৰঞ্জীমূলক নথি-পত্ৰ আয়োগৰ পৰামৰ্শ মতে কেইবাখনো ৰাজ্যত ইতিমধ্যে একোটাইত কেন্দ্ৰীয় নথি-পত্ৰ দপ্তৰ (Central Record Office) প্ৰতিষ্ঠা হৈছে। এনে এটা দপ্তৰ অসমতো প্ৰতিষ্ঠা কৰা হব বুলি ১৯৬৯ চনতে সেই সময়ৰ মুখ্য-মন্ত্ৰী বিমলাপ্ৰসাদ চলিহাদেৱে আমাক আশ্বাস দিছিল। ইতিমধ্যে

হুটাকৈ পৰিকল্পনা পাৰ হৈ গ'ল, কিন্তু চৰকাৰী ৰঙাফিটাৰ মেৰপাকত কেন্দ্ৰীয় দপ্তৰ হৈ নুঠিল। নতুন পৰিকল্পনাত যাতে উক্ত দপ্তৰে আগঠাই পায় আৰু সাময়িকভাৱে হলেও সম্প্ৰতি জমিদাৰী নথি-পত্ৰসমূহৰ সংৰক্ষণৰ সুব্যৱস্থা লোৱা হয়, ইয়াকে আমি আশা কৰোঁ।

বুৰঞ্জী ৰচনা বা গবেষণাৰ কাৰণে সমলসমূহ বিনা বাধায় পোৱাৰ উপৰিও এইবিলাকৰ বিষয়-বস্তুও সহজে বোধগম্য হব লাগিব। আমি জনাত অসম প্ৰকাশন পৰিষদে আহোম যুগৰ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ বুৰঞ্জী বিভাগে প্ৰাক্-আহোম যুগৰ একোখনকৈ শাসনাৱলী সঙ্কলনৰ কাম হাতত লৈছে। বাহাৰিস্তান-ই-গায়িবীৰ পাছত চৰকাৰী বুৰঞ্জী আৰু পুৰাতত্ব বিভাগৰ কোনো ফাৰ্চী ভাষাৰ, আনহে নালাগে জমা হৈ থকা আহোম বুৰঞ্জীসমূহৰে অনুবাদ কাৰ্য্যলৈ দৃষ্টি আকৰ্ষণ কৰা নাই। সমলৰ সাৰাংশ (Press List), নিৰ্ঘণ্ট (Index) আৰু গ্ৰন্থপঞ্জী (Bibliography) গবেষকৰ যে অপৰিহাৰ্য্য এই কথা বঢ়াই নকলেও হব। শ্বিলঙৰ নথি-পত্ৰ দপ্তৰত নিৰ্ঘণ্ট নহলেও অন্ততঃ খনদিয়েক বিস্তাৰিত তালিকাকে পোৱা যায়। কিন্তু বুৰঞ্জী আৰু পুৰাতত্ব-বিভাগ আৰু অসম যাদুঘৰৰ সঞ্চিত সমলসমূহৰ আজিকোপতি একোখন বিস্তাৰিত তালিকাকে প্ৰস্তুত নহল—ইয়াতকৈ আৰু কি পৰিতাপৰ বিষয় হব পাৰে? গুৱাহাটী বিশ্ববিদ্যালয়ে জাতীয় আৰু পশ্চিম বঙ্গ নথি-পত্ৰ দপ্তৰৰ অসম সংক্ৰান্ত নিৰ্ঘণ্টসমূহ সংগ্ৰহৰ চেষ্টা কৰিছে। অসম সাহিত্য সভা বা কোনো অনুষ্ঠানে অসম বুৰঞ্জী আৰু সাংস্কৃতিৰো এখন সৰ্বসম্পূৰ্ণ গ্ৰন্থপঞ্জী সঙ্কলনৰ দিহা কৰিব পাৰে। জাতীয় নথি-পত্ৰ দপ্তৰৰ উপৰিও সম্প্ৰতি বিহাৰ, তামিলনাড়ু, মহাৰাষ্ট্ৰ প্ৰভৃতি ৰাজ্যই বহুমূলীয়া বুৰঞ্জীমূলক নথি-পত্ৰ প্ৰকাশৰ আঁচনি লৈছে। পেম্বাৰটনৰ Report of the Eastern Frontier of British India খন বুৰঞ্জী



আৰু পুৰাতত্ব বিভাগৰ দ্বাৰা পুৰ্ণমুদ্ৰণ হোৱাত আমি সন্তোষ পাইছো: এই বিভাগে আন ৰাজ্যৰ দৰে অপ্ৰকাশিত নথি-পত্ৰৰো প্ৰকাশৰ ব্যৱস্থা ললে আৰু সুখী হম! নকলেও হব এনে ধৰণৰ সঙ্কলন গৱেষকৰ সহায় হোৱাৰ উপৰিও বিশ্ববিদ্যালয়ৰ ওপৰ মহলাৰ পাঠ্যপুথি হিচাবেও অনুমোদন হব পাৰে।

সমজুৱাসকল, আৰু এটা বিষয়ে দুআষাৰ কৈ আপোনালোকৰ পৰা বিদায় লম। আগেয়ে কৈ অহা হৈছে যে, সত্য অন্বেষণ কৰাই বুৰঞ্জীৰ ধৰ্ম্ম। বুৰঞ্জী ৰচকে স্বাধীনচিতে নিৰপেক্ষ ভাৱে তথ্যপাতি বিশ্লেষণ কৰি সিদ্ধান্তত উপনীত হোৱাতো বাঞ্ছনীয়। দুখৰ বিষয়, জাতি, দল, সম্প্ৰদায় আনহে নালাগে চৰকাৰৰ হেঁচাতো, স্থান-কাল-ভেদে, বুৰঞ্জী ৰচকে সত্যক ঢাকি অসত্য প্ৰচাৰ কৰাতো বিৰল নহয়। নেপোলিয়নৰ যুগত প্ৰাচীন ৰাজবংশৰ (Ancient Regime) তিৰস্কাৰ কৰি তেওঁৰ গুণ-কীৰ্ত্তন কৰা ৰচকে ৰাজসভাত সমাদৰ লাভ কৰিছিল। প্ৰথম মহাসমৰৰ পাছৰ জাৰ্মান আৰু ফৰাচী ৰাজ্যৰ বহুতো বুৰঞ্জী স্বদেশ প্ৰীতিৰ প্ৰচাৰ পুস্তকহে আছিল। ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ ভূতপূৰ্ব সভাপতি ডাঃ কে এম মুন্সিৰ ভাষাত কবলৈ গলে, ভাৰততো সম্প্ৰতি—

The greatest danger to which the historian is exposed is the imponderable pressure brought on intellectuals by Governments anxious to make history the handmaid of their policies, by politicians who would make it the instrument of their personal or party ambitions, by the masses who have an appetite for palatable history suited to their passing tastes and whims.

সংহতিৰ নামত সত্যক ঢাকি অসত্য প্ৰচাৰ কৰিবলৈ হলে

সাম্ৰাজ্যবাদী বৃটিছ আৰু স্বাধীন ভাৰতৰ বুৰঞ্জী ৰচকৰ পাৰ্থক্য ক'ত ? জাতি, দল, গোষ্ঠীৰ সমালোচনাৰ ভয়ত জাতীয় বুৰঞ্জীৰ স্বৰূপ দিবলৈ আজি হয়তো বহুতে অগ্ৰসৰ হ'ব নোখোজে। কেবছৰমানৰ আগতে এখন বুৰঞ্জী ওপৰ মহলাৰ পাঠ্যলিষ্টিত ভুক্ত কৰোতে ইয়াৰ বিৰুদ্ধে বিশ্ববিদ্যালয়ৰ ওপৰতে হেঁচা দিয়া হৈছিল। আকবৰ-গুণকীৰ্ত্তনকাৰী আবুল ফজলৰ 'আকবৰনামা' আৰু আকবৰ-বিদ্বেষী বাডায়ুনীৰ 'মুলতাখাব-উট্-তাৱৰিখ্' দুয়োখনৰ তথ্য-পাতি চালি-জাৰি যিদৰে সম্ৰাটৰ প্ৰকৃত চৰিত্ৰৰ সন্ধান পোৱা যায়, অসম বুৰঞ্জীৰো যি কোনো চৰিত্ৰ বা যুগৰো দোষ-গুণ উল্লেখ কৰা দুয়োবিধ লিখনীৰ পৰাহে প্ৰকৃত সত্য উদ্ঘাটন কৰা সম্ভৱপৰ হব। কোনোৱে হয়তো ভাবিব পাৰে যে, খেল পথাৰত নিৰপেক্ষ দৰ্শকৰো যিদৰে অজানিত ভাৱে এটা দললৈ সহানুভূতিৰ সৃষ্টি হয়, বুৰঞ্জী ৰচকৰো একে দশাই ঘটে। কিন্তু বুৰঞ্জী ৰচকে বুজা উচিত যে, সত্যক সদায় ঢাকি ৰাখিব নোৱাৰে—অসত্যৰ মেৰপাক ছিঙি এদিন নহয় এদিন সত্য উদ্ঘাটন হবই। গতিকে অতীতৰ দোষ-গুণ ফঁহিয়াই প্ৰকৃত ঘটনাৰ সন্ধান দি জাতিক সজাগ আৰু সতৰ্ক কৰি ভবিষ্যত আৰু বৰ্ত্তমান পথ সুগম কৰাই বুৰঞ্জী ৰচকৰ মহান দায়িত্ব। বুৰঞ্জীৰচক বিদূষক নহয়—বিচাৰকহে; কোনো দেশ বা জাতি-দল-গোষ্ঠী বিশেষৰো ব্যক্তি নহয়, তেওঁ সাৰ্বজনীন-আন্তৰ্জাতীয়।

—হেৰম্বকান্ত বৰপূজাৰী

## কবি-সন্মিলনৰ সভাপতিৰ অভিভাষণ

ওঁ

শ্যামসুন্দৰ শিখণ্ড-শেখৰ
স্মেৰহাস মুৰলী মনোহৰ ;
ৰাধিকা ৰসিক মাং কৃপানিধে,
স্বপ্ৰিয়াচৰণ কিঙ্কৰং কুৰু ॥

নবঘনশ্যাম-পদ্ম, নিন্দক নয়ন।
গোপালৰ বেশধাৰী, যশোদানন্দন ॥ ১
ৰাতুলচৰণ বন্দি, কবি-বিধি-ব্যাস।
বাল্মীকিক ক্ৰমে বন্দি সঙ্কল্প প্ৰকাশ ॥ ২
কবিত্ৰয় ! তব প্ৰিয় কবিগণ প্ৰতি।
থাকে যেন মোৰ সদা অচলা ভকতি ॥ ৩
তাৰ পাছে আদি-মধ্য-আধুনিক কালে।
জননীৰ যোগ্য পুত্ৰ কবি যি সকলে ॥ ৪
ৰচিছে বিচিত্ৰ কাব্য গদ্য-পদ্যময়।
অৰপিলো শ্ৰদ্ধা-অৰ্ঘ্য সি সবক মই। ৫
বৈষ্ণৱ যুগৰ কবি শ্ৰীমন্ত শঙ্কৰ।
প্ৰিয় শিষ্য শ্ৰীমাধৱ আদি কবিবৰ ॥ ৬
সাহিত্যৰ ৰূপ ৰেখা টানি যথাৰীতি।
অপূৰ্ব্ব ছন্দৰ ভঙ্গী ৰস অলঙ্কৃতি ॥ ৭
পৰিপূৰ্ণ ৰচনাৰে সাহিত্য ভঁৰাল।

যি দুজনা গুৰুজনে পূৰ্ণ কৰি গ'ল ॥ ৮
যুগস্ৰষ্টা সেই মহাপুৰুষ দুজনে ।
শ্ৰদ্ধাঞ্জলি অৰপণ কৰোঁ শুদ্ধ মনে ॥ ৯

সত্য-সুন্দৰৰ পূজাৰী, ক্ষণজন্মা কবিবৃন্দ আৰু সাহিত্যানুৰাগী সজ্জনসকল !

'কবি সন্মিলনৰ আহ্বায়ক অধ্যাপক শ্ৰীমান যামিনী শৰ্ম্মাৰ চিঠিৰ মৰ্ম্মানুযায়ী সভাৰ স্থান আৰু নামাদিৰ পৰিচয়াত্মক কেইটামান কবিতাকুসুমেৰে এধাৰি মালাগাঁথি আপোনালোকৰ আগত দাঙি ধৰিলোঁ। ত্ৰুটী-বিচ্যুতিৰ সংখ্যাই যে সাগৰ সংখ্যাকো চেৰ পেলাব, ই ধ্ৰুপ। তাৰ বাবে গুণগ্ৰাহী সজ্জন মণ্ডলীৰ ওচৰত ক্ষমা মাগিছোঁ। "সূৰ্পবৎ-দোষমুৎসৃজ্য গুণং গৃহ্নন্তু সাধবঃ"।

ধুবুৰীৰ চমু পৰিচয়

আজি কি ইয়াত অমৰাবতীৰ
শোভিছে নন্দন বন ।
ইন্দ্ৰ, বায়ু, যম কুবেৰ সদৃশ
কবিবৰ সন্মিলন ॥ ১
সমবেত হোৱা একমত লোৱা
চোৱা পূৰ্ব্বে দেবতাই ।
নিজ নিজ ভাগে থাকি উপাসনা
কৰিছিল এক হই ॥ ২
এই বেদধ্বনি মুখত উচ্চাৰি
দেবতুল্য কবিগণ ।
হৈছে সমবেত ধুবুৰী বুকুত
আনন্দিত পৌৰজন ॥ ৩
সাহিত্য সভাৰ শুভ অনুষ্ঠান
ই ঠাইতে দুইবাৰ ।
মহা সমাৰোহে হইছিল শেষ
আকউ তৃতীয়বাৰ ॥ ৪



পুণ্যৰ ফলত কিনো সেই সভাৰেই
শাখা সভাৰ কবি সন্মিলন ।
দলে দলে কবিগণ ভাগে ভাগে বহি
মধুকণ্ঠে গায় জয়গান ॥ ৫
এই মন্দ অভাজনে কাব্য যজ্ঞ সমৰ্চ্চনে
কাৰ্য্যকৰী-শাখা সমিতিৰ ।
হঠাতে আদেশ পাই পুৰোহিত হবলই
হলোঁ মই চিন্তাত বিভোৰ ৬
সুধী শাখা সভাপতি দেখে যে সবাকো সুধী
'মহত্তৰ ইটো মহাগুণ !
জনগণে দাপোণত আপোন আকৃতি মাথো
দেখে যথা স্বৰূপ লক্ষণ ॥ ৭
এনে হেন মহত্ত্বৰ ঔদাৰ্য্যৰ প্ৰতিদানে
শ্ৰদ্ধাঞ্জলি মোৰ দিবলই ।
ভাষা নাই হৃদয়ত সেয়ে শত ধন্যবাদ
ভকতিৰে দিলোঁ আগুৱাই ॥ ৮
হৃদয়বন্তহে সুধী, সজ্জন সকল
আজ্ঞা পালিবলৈ মহত্তৰ ।
ব্ৰতী হৈছোঁ আশা-কৃপা হব দীনজনে
সুধী চিত্ত প্ৰেমে ভৰপূৰ ॥ ৯
শাস্ত্ৰে কয় সজ্জনৰ কৃপা য'ত পৰে
পঙ্গুজনো পৰ্ব্বত বগাই ।
অমাত জনেও হয় বাচাল অতিশয়
কথা শুনে সহজে কলাই । ১০
সেয়ে মই গোন্ধহীন পলাশৰ দৰে
যদিওবা হও অভাজন ।

ভাৰসা-কৰুণ কবি কৃপাপৰশত
শক্তিমান, হব হি ইজনা ॥ ১১
পুণ্য ব্ৰহ্মপুত্ৰ ধুবুৰী পুৰীৰ
আবৰি তিনিও কাষ।
কুলু কুলু ৰবে বই সোঁৱৰাই
দিছে হি ঐতিহ্য ৰস ॥ ১২
সোণ বৰণীয়া সূৰুয কিৰণ
পুৱা আৰু সান্ধ্যাক্ষণে।
পৰে লুইতৰ পানীত যেতিয়া
আহা, দিব্য জ্যোতি কেনে ॥ ১৩
বাৰিষা কালত দ্বীপ এটি যেন
দেখিলে মনত হয়,
কেউফালে দৃশ্য অতি মনোৰম
দৰ্শকৰ চকু ৰয় ॥ ১৪
নেতাই ধুবুনী নোহেতো সামান্য,
সেবিকা শিৱৰ অতি,
সেয়ে পালে দেখা মনসা দেবীক
লভিলে বেউলা সতী ॥ ১৫
গদাধৰ নই লোহিত সঙ্গম
গুঞ্জা সাগৰৰ পাৰে,
বাঁচি উঠিছিল ইয়াতেই আৰু
চান্দপুত্ৰ লখিন্দৰে। ১৬
তাহানিৰে পৰা 'ধুবুৰী' নামেৰে
ই ঠাইৰ নাম হ'ল,
বিশ্বজন মুখে ধুবুৰীৰ নাম
ইতিহাসে লিখি গ'ল ॥ ১৭



নেতাই ধুবুনী ঘাটৰ আগতে
আছে পুণ্য পাঁচপীড়;
আহি সকলোৱে জ্বলাই মম বাতী
মাগে নিজ নিজ বৰ ॥ ১৮
লুইতৰ পাৰে টিলাৰ ওপৰে
ৰম্য শিখগুৰুদ্বাৰ,
অতি মনোৰম পুণ্যতীৰ্থ স্থান,
শিখধৰ্ম্মী সকলৰ ॥ ১৯
চান্দডিঙ্গা নামে পৰ্ব্বত এখনি
লুইতৰ উজনিত,
এতিয়াও আছে তাতে চৈধ্য ডিঙা
ডুবিছিল অকস্মাৎ ॥ ২০
চান্দ সদাগৰ আৰু মনসাৰ
ঐতিহ্য জড়িত ঠাই,
'ভৈৰবৰ চূড়া' 'পঞ্চৰত্ন' আদি
আছে কীৰ্ত্তি ৰিঙিয়াই ॥ ২১
পুৰাণ প্ৰসিদ্ধা নদ জল শুদ্ধা
দেব-দেবী স্পৰ্শ পাই,
পুণ্যাত্মা ধুবুৰী মৰতত আজি
কীৰ্ত্তিৰে আছে জীয়াই ॥ ২২

ধুবুৰীৰ ইতিবৃত্ত গালো চমুৱাই।
কবি পৰিচয় বৰ্ত্তমান আগবাঢ়ো বিষয় বস্তু লই ॥ ১
কবি সন্মিলন নাম শুনোতে মধুৰ।
নিশ্চয় গহ্বৰ তাৰ ৰত্নে ভৰপূৰ ॥ ২
আহা, আজি স্বৰগৰ নন্দন কানন।
উপস্থিত মৰতত নদন বদন ॥ ৩

কবি পাৰিজাত ফুল সুৰভিৰে পুৰী ।
হইছে আমোল মোল দশোদিশ জুৰি ॥ ৪
কবি কোন ? কিবা কাব্য কিনো তাৰ ফল ?
জানিবলৈ স্বভাৱতে মন উত্ৰাৱল ॥ ৫
ব্যৱহাৰে কবি শব্দে পণ্ডিত বুজায় ।
সাহিত্য জগতে কিন্তু বিশেষাৰ্থ হয় । ৬
পণ্ডিতেই হব কবি নিয়ম কোনো নাই ।
পূৰ্ব্বজনমৰ ফলে জন্মে কবি হয় । ৭
দেৱগুৰু জ্ঞানাচাৰ্য্য নোহে কৱিজন ।
শুক্ৰাচাৰ্য্য শ্ৰেষ্ঠ কবি গীতাৰ বচন ॥ ৮
দুৰ্ল্লভ মনুষ্য জন্ম বিদ্যা আৰু টান ।
বিদ্বানেও পোৱা টান কবিত্ব সুধন ॥ ৯
যদিওবা পুণ্যবলে কবিত্ব লভয় ।
কবিত্ব শকতি লাভ বহুপুণ্যে হয় । ১০
কবি হৈছে ক্ষণজন্মা ত্ৰিকালৰ দ্ৰষ্টা,
ৰস ব্ৰহ্ম উপাসক হিত উপদেষ্টা ॥ ১১
ৰস সাগৰত ডুবি হই ৰসময় ।
শক্তি নিপুণতাভ্যাসে কাব্যৰ উদয় ॥ ১২
কেতিয়াবা কাব্যকলি আপোনা আপুনি
ফুলি উঠে ভাৱকুঞ্জে নেজানে আপুনি ॥ ১৩
নেজানে নিজেও কিয়ে লিখিছে কবিতা ।
সমাধি ভাঙিলে পায় কাব্যৰ বাৰতা ॥ ১৪
ৰচক কবিত কই ভাবুক চতুৰ ।
ৰসাস্বাদে দক্ষ যেন পদ্ম মধুকৰ ॥ ১৫
ৰসোদ্দীপ্ত নানা অৰ্থে লোকমুগ্ধ কৰে ।
ভাবুকৰ ভাব ধাৰা অনেক ওপৰে ॥ ১৬
ৰসাত্মক বাক্যকেই কাব্য বুলি কয় ।



**কাব্য আৰু সাহিত্য**

শব্দাৰ্থৰ সুমিলনে সাহিত্য নাম পায় ॥ ১
মূলতঃ অভেদ দুয়ো তাৰ নিদৰ্শন ।
'কাব্যাদৰ্শ' 'সাহিত্যদৰ্পণ' একে নাম ॥ ২
তথাপি সাহিত্য শব্দ ব্যাপক অতিশয় ।
সেয়ে কাব্য নহলেও সাহিত্য থাকয় ॥ ৩
সমাজৰ সুদৰ্পণ সাহিত্য কাব্যই ।
ভাহি আছে অতীজৰ প্ৰতিচ্ছবি চয় ॥ ৪
জীৱন্ত সমাজ চিত্ৰ আঁকি দেখুৱাই ।
গন্তব্য পথত আগবাঢ়ি যাবলই ॥ ৫
ধৰ্ম্ম আৰু নীতি কেন্দ্ৰিক ৰচি কাব্যৰাজি ।
যশেৰে জীয়াই আছে বহু কবি আজি ॥ ৬
শব্দ আৰু অৰ্থ দুয়ো কাব্যৰ শৰীৰ ।
উৎকৰ্ষ সাধক ৰীতি-গুণ-অলঙ্কাৰ ॥ ৭
ৰসে একমাত্ৰ আত্মা নেথাকিলে ৰস ।
কাব্য নোহে সেই বাক্য যিহেতু বিৰস ॥ ৮

**কাব্যৰ ফল আৰু ভেদ**

চমুকৈ কবলৈ গলে কাব্য প্ৰয়োজন ।
ধৰ্ম্ম-অৰ্থ-কাম মোক্ষ সুখেৰে সাধন ॥ ১
বেদাদি শাস্ত্ৰৰ দ্বাৰা বহু কষ্ট কৰি ।
বুদ্ধিমান জনেহে লভে এই বৰ্গ চাৰি ॥ ২
কিন্তু কম বুদ্ধি থকা জনেও সুখেৰে ।
চতুৰ্ব্বৰ্গ কৰে লাভ অকল কাব্যেৰে ॥ ৩
'দৃশ্য' আৰু 'শ্ৰব্য' ভেদে কাব্য দুপ্ৰকাৰ ।
যাক শুনা যায় সেয়ে শ্ৰব্য কাব্যৰ ॥ ৪
দৃশ্য কাব্য নাট্য নামে সৰে জনাজাত ।
অভিনয় হয় যাৰ আনন্দ মঞ্চত ॥ ৫

দৃশ্যৰেই নামান্তৰ আছে আৰু এটি ।
'ৰূপক' নামেৰে কাব্য জগতত খ্যাতি ॥ ৬
ৰাম সীতা আদি শুদ্ধ নায়ক নায়িকা ।
চৰিত্ৰৰ ৰূপ নটে নিজে আৰোপিয়া ॥ ৭
দেখুৱাই হুবহু যেন আচল শ্ৰীৰাম ।
ৰূপ দেখুওৱা হেতু ৰূপক সুনাম ॥ ৮
ই ৰূপক দহবিধ নাটক প্ৰথম ।
প্ৰকৰণ, প্ৰহসন, ভিন্ন ভিন্ন নাম ॥ ৯

শ্ৰদ্ধেয় সত্য-শিৱ-সুন্দৰৰ পূজাৰী-কবি সকল আৰু সাহিত্যানুৰাগী সজ্জনবৃন্দ !

এতিয়া কৱিতা এৰি বাস্তৱ বিষয়বস্তুলৈ আহো । আজি আমাৰ আলোচ্য বিষয় হৈছে—"প্ৰাচীন অসমীয়া কাব্য সাহিত্যত সংস্কৃতৰ প্ৰভাৱ ।" এই বিষয়টি যথেষ্ট ব্যাপক, গভীৰ আৰু চিন্তা উন্মেষক । মোৰ সীমিত জ্ঞানেৰে কেইটামান কথালৈ আঙুলিয়াব খুজিছোঁ মাথোঁ ান ।

বৰ্ত্তমান অসমীয়া সাহিত্যই বিভিন্ন যুগৰ বিভিন্ন অৱস্থাৰ মাজেদি পাৰ হৈ বৰ্ত্তমান অৱস্থালৈ আহিছে । গতিকে অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ পম খেদি পোনতে অসমীয়া ভাষাৰ জন্ম লগ্নটি বাৰুকৈ গণি দেখা আৱশ্যক ; কাৰণ আগেয়ে ভাষা তাৰ পিছত হে সাহিত্য ।

## প্ৰাচীন ভাৰতীয় আৰ্য্যভাষা

অতি পুৰণি কালত ( অৰ্থাৎ খৃঃ পূঃ আনুমানিক পোন্ধৰ শৰ পৰা ৬ষ্ঠ শতাব্দী লৈকে ) প্ৰাচীন ভাৰতীয় আৰ্য্য-ভাষা আছিল বৈদিক ভাষা । এই যুগৰ সাহিত্যৰ লিখিত ৰূপ নাছিল, মৌখিক



ভাবেই প্ৰচলনৰ ৰীতি চলি আছিল । সেয়ে বেদৰ আন এটি নাম "শ্ৰুতি" । তাৰ পিছত আনুমানিক খৃঃ পূঃ ৬০০ পৰা "সংস্কৃতৰ" অৰ্থাৎ বৈদিক ভাষাৰ সম গোষ্ঠীয় পৰিমাৰ্জ্জিত ভাষাৰ প্ৰচলন হয় । সেই সময়ত সংস্কৃতেই আছিল সমস্ত ভাৰতবৰ্ষত শিক্ষিত সম্প্ৰদায়ৰ কথিত ভাষা, আৰু ৰাজকীয় কাৰ্য্যৰ একমাত্ৰ মাধ্যম । অৱশ্যে ৰাজকীয় কাৰ্য্যৰ লগত সম্বন্ধ নথকা জন-সাধাৰণৰ কিছু অংশই হয়তো প্ৰাকৃত ভাষা আৰু আৰ্য্যেতৰ গোষ্ঠীৰ মানুহে নিজৰ নিজৰ কৌলিক জনজাতীয় ভাষা বা উপ-ভাষা ব্যৱহাৰ কৰিছিল ।

সংস্কৃত ভাষাৰে লিখিত প্ৰাচীন শিলালিপি, শাসনাৱলী, যাস্ক, পাণিনি, পতঞ্জলি, বৌদ্ধগ্ৰন্থ, জৈনগ্ৰন্থ, ৰামায়ণ, মহাভাৰত, পুৰাণ, মহাকাব্য, নাটক আদিয়ে সেই সময়ৰ সংস্কৃতৰ প্ৰভাৱৰ কথা বিশেষকৈ আঙুলিয়াই দিয়ে ।

## মধ্য ভাৰতীয় আৰ্য্যভাষা

বৈদিক-যুগত প্ৰচলিত আৰ্য্যভাষাই ক্ৰমে সৰল হৈ পালি আৰু প্ৰাচীন প্ৰাকৃত ভাষাত পৰিণত হয়—খৃঃ পূঃ ৬০০ৰ পৰা খৃঃ ২০০ ভিতৰত । মধ্য প্ৰাকৃত ( সাহিত্যৰ বা নাটকৰ প্ৰাকৃত) খৃঃ ২০০—৬০০লৈ । পাছত প্ৰাকৃত ভাষাই জনসাধাৰণৰ মুখে মুখে বাগৰি বাগৰি সৰলতৰহৈ অপভ্ৰংশ ভাষাত ৰূপায়িত হয়—খৃঃ ৬০০—৯৫০ ভিতৰত ।

## নবীন ভাৰতীয় আৰ্য্যভাষা

প্ৰাকৃত ভাষা ৫টা । (১) পৈশাচী, (২) শৌৰসেনী, (৩) মহাৰাষ্ট্ৰী, (৪) মাগধী, (৫) অৰ্দ্ধমাগধী । মাগধী অপভ্ৰংশ স্থানভেদে অসমীয়া বঙলা, উড়িয়া, বিহাৰী আদি নব্য ভাৰতীয় আৰ্য্য ভাষাত পৰিণত হল—আনুমানিক ৯৫০ খৃঃৰ পৰা বৰ্ত্তমান কাল পৰ্য্যন্ত ।

গতিকে স্থিৰ হ'ল যে প্ৰাচীন অসমীয়া ভাষা 'মাগধী' অপভ্ৰংশৰ পৰা ওলাইছে। বৈদিক আৰু সংস্কৃত ভাষাই ১ম স্তৰ, পালি, প্ৰাকৃত, আৰু অপভ্ৰংশই ২য় স্তৰ, আধুনিক কথিত আৰ্য্য গোষ্ঠীৰ ভাষাসমূহ ৩য় স্তৰ।

## অসমীয়া ভাষাৰ ক্ৰমবিকাশ

চমুকৈ কবলৈ হলে অসমীয়া ভাষাৰ গছ জোপাত খৃষ্টীয় সপ্তম শতিকা মানত ফুল কলি দেখা দি খৃষ্টীয় দশমৰ পৰা ত্ৰয়োদশ শতাব্দী পৰ্য্যন্ত কালছোৱাত মুকলিত অৱস্থালৈ আগবাঢ়ি,—চতুৰ্দ্দশ শতাব্দীৰ প্ৰাৰম্ভৰ পৰা উনবিংশ শতাব্দীৰ প্ৰাৰম্ভত হে পূৰ্ণ কুসুমিত হয়। এই কুসুমিত যুগটিকে মধ্যযুগ (প্ৰাক্ শঙ্কৰী, শঙ্কৰী আৰু শঙ্কৰোত্তৰ যুগ) বোলা হয় আৰু এই যুগৰ বৈষ্ণৱ কবি সকলৰ কাব্য-সাহিত্যৰ চমু আলোচনাই আমাৰ মুখ্য বিষয়।

## মধ্যযুগ বা প্ৰাক্শঙ্কৰী যুগ

প্ৰাক্ বৈষ্ণৱ যুগ বা মধ্যযুগৰ কবিসকল হ'ল—মাধৱ কন্দলি, হেম সৰস্বতী, কবিৰত্ন সৰস্বতী, ৰুদ্ৰ কন্দলি আৰু হৰিহৰ বিপ্ৰ।

(১) মাধৱ কন্দলি :—

মহাৰাজ মহামাণিক্যৰ ৰাজকবি আছিল কবিবৰ মাধৱ কন্দলি। ৰজাৰ আদেশত তেওঁ মূল ৰামায়ণৰ অলপো লৰচৰ নকৰাকৈ শুৱলা ৰসাল-কবিত্ব পূৰ্ণ ভাষাত 'সাতকাণ্ড ৰামায়ণ' পদবন্ধে নিবন্ধিছিল।

"সাতকাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলো,
ৰম্ভা পৰিহৰি সাৰোদ্ধৃতে ॥"

মাধৱ কন্দলিৰ ৰামায়ণেই প্ৰাদেশিক-ভাষাৰ প্ৰথম ৰামায়ণ। ইয়াৰ পাছত হে হিন্দী আৰু বঙলা-ভাষাত ৰামায়ণৰ অনুবাদ হয়।



মাধৱ কন্দলি যে এজন শ্ৰেষ্ঠ কবি আছিল, তাৰ প্ৰমাণ মহাপুৰুষ শঙ্কৰদেৱৰ কন্দলি বিষয়ে দি যোৱা প্ৰশস্তি বাক্যই। উত্তৰ কাণ্ড ৰামায়ণৰ ভাঙনিত—শঙ্কৰদেৱে এইদৰে প্ৰশস্তি আগ বঢ়াইছে—

"পূৰ্ব্ব কবি অপ্ৰমাদী মাধৱ কন্দলি আদি
বিৰচিলা পদে ৰাম কথা।
হস্তীৰ দেখিয়া লাদ শশা যেন ফাৰে মাৰ্গ
মোৰ ভৈল তেহ্নয় অৱস্থা ॥"

সংস্কৃত, তৎসম, অৰ্দ্ধতৎসম আদি শব্দ সম্ভাৰৰ লগত আন এটা মন কৰিবলগীয়া বিশেষত্ব হ'ল কবিয়ে ৰূপহ কবিতা সুন্দৰীক পদ বা পয়াৰ, ছুলৰী আৰু ছবি এই তিনিটাৰে ফুল-বছা অন্ত্যানুপ্ৰাস যুক্ত, অক্ষৰবৃত্ত ছন্দোময় ৰিহা মেখেলা পিন্ধাই, ৰূপক, উপমা শ্লেষ, বিৰোধ, অতিশয়োক্তি আদি বাচকবনীয়া অলঙ্কাৰেৰে বিভূষিতা কৰি সহৃদয় ৰসিক জনতাৰ আগত দাঙি ধৰিছে। তেওঁৰ চিক্চিকীয়া অলঙ্কাৰৰ জিলিকনিৰ পৰা এটি মাত্ৰ কবিতা-কুসুম আগবঢ়ালোঁ।—

[১] "কৈকেয়ী মাৰে ভৈল প্ৰচণ্ড অগনি। (অযোধ্যাকাণ্ড)
শুকান অৰণ্য প্ৰজা লাগি গৈল ছন্নি ॥
জাজ্বল্য সমান ভৈল ৰাম হিংসা বাৱে। [ৰূপক]
প্ৰজা অৰণ্যক দহি অগনি উধাৰে ॥ [অন্ত্যানুপ্ৰাস]

১নং কবিতাৰ অলঙ্কাৰৰ লক্ষণ সমন্বয় কৰি দেখুৱা হ'ল "কৈকেয়ী মাৰে"—কৈকেয়ীত জ্বলন্ত অগ্নিৰ আৰোপ, প্ৰজা সকলত শুকান অৰণ্যৰ আৰোপ।

ৰামহিংসাই হৈছে অগ্নিৰ মিতিৰ বায়ু, জুই লাগিলে অগ্নি-বন্ধু-বতাহ তৎক্ষণাৎ উপস্থিত হয়হি। সেয়ে বতাহৰ কোবত "জাজ্বল্য সমান ভৈল"……। জুই লক্ লক্ কৰি জ্বলি উঠি

"প্ৰজা অৰণ্যক দহি অগনি উধাৰে"—প্ৰজাৰূপ অৰণ্যক পুৰি ছাৰখাৰ কৰি অগনি ওপৰলৈ উঠিছে। ইয়াত আৰোপ কৰা বাবে "অতিশয়োক্তি" মূলক "ৰূপকালঙ্কাৰ" আৰু "অনুপ্ৰাস" অলঙ্কাৰৰ সঙ্কৰ হৈছে।

এইদৰে মাধৱ কন্দলিৰ প্ৰায় কবিতাবোৰতে ৰূপক, উপমা, আদি শুৱলা অলঙ্কাৰৰ ঝঙ্কাৰে পাঠকৰ মন আকৃষ্ট কৰাৰ উপৰিও পাছৰ যুগৰ বৈষ্ণৱ কৱি সকলক যথেষ্ট প্ৰভাৱান্বিত কৰিছে। তেওঁৰ শ, শ, ঘৰুৱা উপমাই আমাক সেই যুগৰ সমাজত ভুমুকি মাৰি চাবলৈ সুবিধা দিয়ে।

[২] হেম সৰস্বতী—

হেম সৰস্বতীৰ 'প্ৰহ্লাদ চৰিত্ৰ' নামেৰে বিষ্ণুৰ মাহাত্ম্য প্ৰকাশক এখনি সৰু বৰ্ণনাত্মক কাব্য ৰচনা কৰিছিল। কাব্যখনিত 'আঙ্ক' 'তাঙ্ক' আদি উড়িয়া শব্দৰ ব্যৱহাৰ আৰু 'সংস্কৃতৰ তৎসম' উত্তৰ শব্দৰ প্ৰভাৱ বাৰুকৈ পৰিলক্ষিত হয়।

"থলে থেবে যুজে থল যাই ৰসাতল।
জলে থেবে যুজে জল সুথায় সকল॥
গিৰিত যুজয় গিৰি খণ্ড খণ্ড হয়।
দেবাসুৰে নৰে বোলে মিলিল প্ৰলয়"॥

কবিতাটো 'উৎপ্ৰেক্ষা' অতিশয়োক্তি অলঙ্কাৰৰ জিলিকনিৰে বিষয়বস্তু প্ৰকাশ কৰি জনচিত্ত চমংকাৰী হৈছে।

হেমসৰস্বতীৰ অন্য গ্ৰন্থ "হৰ গৌৰী সংবাদ"ত কালিদাসৰ কুমাৰ সম্ভব, কালিকা পুৰাণ আদি গ্ৰন্থৰ প্ৰভাৱ পোৱা যায়।

[৩] কৱিৰত্ন সৰস্বতী—হেম সৰস্বতীৰ প্ৰায় সমসাময়িক আৰু কমতাৰাজ দুৰ্ল্লভ নাৰায়ণৰ পুত্ৰ ইন্দ্ৰনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰা কৱি।



কৱিৰত্ন সৰস্বতীৰ "কৈলাস বৰ্ণনা" অংশটো অতি চমৎকাৰ।

"ফটিক প্ৰকাশ হৰৰ কৈলাশ
জ্বলে নানা ৰত্নময়।
উদ্যান শতেক দেখিয় প্ৰত্যেকে
অনেক বৃক্ষ নিচয়।"

কৈলাশ বৰ্ণনাৰ এই কবিতাবোৰত স্বভাবোক্তি, উপমা, উৎপ্ৰেক্ষা আদি অলঙ্কাৰৰ মাধ্যমত কৈলাশৰ ফল ফুলৰ শোভা, শিৱৰ অনুচৰবোৰৰ বিস্ময়জনক বৰ্ণনা, আৰু নাগৰিকা সকলৰ মদন চঞ্চল হাৱভাবৰ সুন্দৰ বৰ্ণনাই কৱিৰত্ন সৰস্বতীৰ কবি প্ৰতিভাৰ কিছু আভাস দিয়ে।

[৪] ৰুদ্ৰ কন্দলি,—এই যুগৰে এজন বৈষ্ণৱ কবি হ'ল "ৰুদ্ৰ কন্দলি। এওঁ পৃষ্ঠপোষকতা বা অনুপ্ৰেৰণা লাভ কৰিছিল শ্ৰীমন্ত তাম্ৰধ্বজৰ পৰা।

ৰুদ্ৰ কন্দলিয়ে দ্ৰোণপৰ্ব্বৰ অন্তৰ্গত 'জয়দ্ৰথ বধ' নামৰ উপপৰ্ব্বৰ ভিতৰুৱা 'সিনিপত্ৰ সাত্যকি'ৰ যুদ্ধ যাত্ৰা আৰু বীৰত্ব ব্যঞ্জক বৰ্ণনাখিনি অনুবাদ কৰিছে। বৈষ্ণৱ যুগৰ বধ কাব্যৰ লগত ৰীতিগত সাদৃশ্য দেখা যায়। যুদ্ধৰ বিবৰণ দিয়াত কবিৰ দক্ষতা অসীম। ঠায়ে ঠায়ে ঘৰুৱা উপমা বা চিত্ৰ সংযোজনা কৰি পাঠক-পাঠিকাৰ মন আকৰ্ষণ কৰিবলৈ কবি সক্ষম হৈছে। মূল মহাভাৰতৰ অনুবাদ গতিকে কম-বেছি পৰিমাণে সংস্কৃত-প্ৰভাৱৰ চিক্‌মিকনি পৰাতো স্বাভাবিক।

[৫] হৰিহৰ (বৰ) বিপ্ৰ:—কমতাপুৰ ৰজাৰ অনুপ্ৰেৰণা লাভ কৰা কবি সকলৰ ভিতৰত হৰিহৰ বিপ্ৰ সৰ্ব্বশ্ৰেষ্ঠ। কবি হৰিহৰ বিপ্ৰৰ দুখন কাব্য পোৱা গৈছে। এখন হ'ল "বব্ৰু-বাহনৰ যুদ্ধ" আৰু আনখন "লৱ কুশৰ যুদ্ধ।" ঘৰুৱা চিত্ৰৰ যোগে একোটা চিত্ৰ বা পৰিস্থিতি দাঙি ধৰাত হৰিহৰ বিপ্ৰৰ

অসাধাৰণ দক্ষতা। এই বিষয়ত তেওঁক মাধৱ কন্দলিৰ সমকক্ষ বুলিব পাৰি।

মহাবীৰ ভীষ্ম-দ্ৰোণ আদিৰ বিজেতা আৰু ৰণত দেৱাদিদেৱ মহাদেৱক সন্তুষ্ট কৰা অৰ্জ্জুনে যেতিয়া অজ্ঞাতকুলশীল 'বভ্ৰুবাহন'ৰ হাতত পৰাজয় হোৱাৰ সম্ভাৱনা অনুভৱ কৰিলে, তেতিয়া এইদৰে খেদ কৰিছে—

"দেবাসুৰ মনুষ্যক সবাকো জিনিলো ৰণে
তেবেসে বোলাইলো সব্যসাচী।
হাতী গুচি মাখি ভৈলো গোখোজত তল গৈলো
কচুত ভাঙিলো মই কাচি॥"

অৰ্জ্জুনে ৰণ নৈপুণ্যৰ বৰাই কৰা দেখি বভ্ৰুবাহনে এইদৰে ধিক্কাৰ দিছে—

"কপাস কাটিয়া যেন শশা দেই লৰ।
লোকক জনাৱে বৃক্ষ পাৰিলোহো বৰ॥
ছদ্ম কৰি মাৰিয়াছা ভীষ্ম-কৰ্ণ-দ্ৰোণ।
তুমি বোলা মোৰ সম বীৰ আছে কোন?"

## অসমত নৱ বৈষ্ণৱ আন্দোলন

মহাপুৰুষ শঙ্কৰদেৱে পঞ্চদশ শতিকাৰ শেষৰ পিনে এই আন্দোলনৰ পাতনি মেলে। তেওঁ বাৰ বছৰ সমগ্ৰ ভাৰত ভ্ৰমণ কৰি নানা তীৰ্থ, মঠ, মন্দিৰ দেখি, ভিন্ ভিন্ বৈষ্ণৱ ধৰ্ম্মৰ ক্ৰিয়া কলাপ লক্ষ্য কৰি, নিজদেশ, কাল, আৰু পাত্ৰৰ উপযোগী-ঐকান্তিক বৈষ্ণৱ ভক্তি মাৰ্গ প্ৰচাৰ কৰে। নাম দেউ (উপাস্য), গুৰু, আৰু ভকত, এই চাৰি তত্বক অপৰিহাৰ্য্য—অঙ্গ হিছাপে লৈ 'এক শৰণ' নামে ধৰ্ম্ম-প্ৰৱৰ্ত্তনৰ দ্বাৰা জনসাধাৰণক উদ্বুদ্ধ কৰি তোলে।



অসম গগনত শৰৎকালৰ পূৰ্ণিমাৰ জোনৰ দৰে মূৰ্ত্তিমন্ত 'শঙ্কৰ' শশধৰ উদিত হৈ স্বীয় সুধাময়ী প্ৰতিভা ৰশ্মিৰে পূৰ্ব্ব কবিসকলৰ ভাষা, ছন্দৰ পৰিসৰ আৰু কমনীয়তাক আলোকিত কৰি, অভিনৱ-গীত, পয়াৰ, তত্বপুথি, প্ৰকৰণ গ্ৰন্থ, নাটক আৰু ৰসাল গদ্য সৃষ্টিৰে-বৈচিত্ৰময়, নতুন আধ্যাত্মিক-সামাজিক জীৱনৰ লগত,—সৰ্ব্বভাৰতীয় মহাজাতীয় চৈতন্যৰ ঐক্য সুধাময় কিৰণ-ধাৰা ঢালি দিলে।

তেওঁৰ ভাগৱত পুৰাণৰ ভাঙনিবোৰৰ ভিতৰত "আদি দশম" আৰু "কীৰ্ত্তন ঘোষা" এই দুখনেই গ্ৰন্থ শিৰোমণি বুলি কব পাৰি। ভাষাত প্ৰাণময় সৌন্দৰ্য্য, গৌড়ীয় ৰীতিৰ ললিতপদাৱলী, বিচিত্ৰ ছন্দ আৰু অলঙ্কাৰৰ হেন্দোলনি, সৰল অথচ সূক্ষ্ম প্ৰকাশ, মাধুৰ্য্য আৰু প্ৰসাদ গুণেৰে ৰসপুষ্টি দৰাচলতে লক্ষণীয় বিষয়।

মাধৱ কন্দলি আৰু ৰাম স্বৰস্বতীত কৈয়ো সংস্কৃতৰ প্ৰভাৱ বসন্ত ঋতুৰ সূৰুযৰ দৰে অতি প্ৰখৰ। তওঁৰ "আদ্যদশম" আৰু "কীৰ্ত্তন ঘোষাক"—"কালিদাসস্যসৰ্ব্বস্বমভিজ্ঞান শকুন্তলম্"ৰ দৰে "শঙ্কৰস্য চ সৰ্ব্বস্বং কীৰ্ত্তনং দশমং তথা" বুলি তুলনা কৰিব পাৰি।

প্ৰকৃততে শঙ্কৰী কবিতাবলী পাঠক-পাঠিকাৰ মানস কুঞ্জত উপস্থিত হলে, নাইবা শ্ৰোতৃমণ্ডলীৰ কৰ্ণ কুহৰত প্ৰবেশ কৰিলে হৃদয়তন্ত্ৰী এক নতুন তানত বাজি উঠে আৰু হৃদয় কন্দৰত অপূৰ্ব্ব মাধুৰ্য্যৰ উৎস বৱলৈ ধৰে। চমুকৈ এটা মাত্ৰ উদাহৰণ দাঙি ধৰা হল—

"তপ্ত সুৱৰ্ণৰ সম জ্বলে দেহা নিৰুপম
ললিত-বলিত হাত পাৱ।
চক্ষু কমলৰ পাশি মুখে মনোহৰ হাসি
সঘনে দৰশে কামভাৱ॥"

"মুখ চন্দ্ৰ সম শোভে পদ্মৰ সুৰভি লোভে
বেঢ়ি মধুকৰে কৰে ৰোল"—(হৰ-মোহনৰ পৰা)

ওপৰৰ কবিতাত 'তৎসম' শব্দৰ প্ৰাচুৰ্য্য, ১ম শাৰীত উপমা, ২য় পঙক্তিত শব্দানুপ্ৰাস, ৩য় অংশত ৰূপক আৰু ৪ৰ্থ শ্ৰেণীত উৎপ্ৰেক্ষা অলঙ্কাৰৰ জিলিকনিৰে চমৎকাৰিতা আৰু গৌড়ী ৰীতিয়ে শ্ৰোতা বা পাঠক-পাঠিকাক শুনা বা পঢ়াৰ লগে লগেই সঙ্কৃতৰ বিশেষ প্ৰভাৱক আঙুলিয়াই দিয়ে।

শঙ্কৰদেৱৰ 'কীৰ্ত্তন ঘোষা' আৰু 'আদি দশমৰো' দুটি নিদৰ্শন মূলশ্লোকৰ স'তে দাঙি ধৰিলোঁ ঃ---

(১) 'যাহাৰ জিহ্বায়ে নোবোলৈ বিষ্ণুৰ
গুণ নাম সৰ্ব্বক্ষণ।
যি জনৰ মনে হৃদয় পদ্মত
নিচিন্তে কৃষ্ণচৰণ ॥---কীৰ্ত্তন---অজামিলোপাখ্যানৰপৰা
যি জনৰ শিৰে নকৰৈ প্ৰণাম
কৃষ্ণৰ পদ কমলে
তাতে মোৰ দায়, নেৰিবি সদায় ('স্বভাবোক্তি'
বান্ধি আন হাতে গলে ॥১৯৭ 'ৰূপক' আদি দঃ)

(১) 'জিহ্বা নবক্তি ভগবদ্ গুণ নাম ধেয়ং (ভাগৱত---
চেতশ্চ ন স্মৰতি তচ্চৰণাৰবিন্দম্। ৬।৪।২৯ শ্লোকঃ
কৃষ্ণায় নো নমতি যচ্ছিৰ একদাপি 'বসন্ততিলক'
তানানয়ধ্ব মসতোঽকৃত বিষ্ণুকৃত্যান্ ॥" ছন্দ)

(২) "কিবা দৈৱকীৰ গৰ্ভে পুত্ৰ নোপজয়,"
কিবা কংস মৰি আগে যায় যমালয় (আদি দশম)
প্ৰথম ব্যাধিত যদি নেদয় ঔষধি।
পাছে পীড়া কৰন্তে হৰয় সববুদ্ধি ॥"
"চিৰকাল প্ৰাণী একত্ৰে নাথাকে,
বিষম দৈৱৰ গতি।"



(২) 'মৃতা মে যদি জায়েৰন্ মৃত্যুৰ্ব্বা ন ম্ৰিয়েত চেৎ।
বিপৰ্য্যয়ো বা কিং ন স্যাদ্ গতি ৰ্ধাতু ৰ্দুৰত্যয়া ॥"
[ অনুষ্টুভ ছঃ]
ভাঃ ১০।১।৪৯

ওপৰত উল্লেখ কৰা শ্ৰীমন্ত শঙ্কৰ দেৱৰ পবিত্ৰ মন্দাকিনী ধাৰা সদৃশ লেখনীৰ পৰা ওলোৱা 'কীৰ্ত্তন' আৰু "দশমৰ" পদ কেই ফাঁকিত সংস্কৃতৰ প্ৰভাৱ অপৰিসীম। সংস্কৃত 'তৎসম' শব্দৰ প্ৰাচুৰ্য্য কবিত্বময় সৌন্দৰ্য্য, অনুপম উপমা, ৰূপক আদিৰ ঝঙ্কাৰেৰে ঝঙ্কৃত, আৰু ঘৰুৱা যোজনা পটন্তৰৰ ৰসাল সমাবেশ মন কৰিব লগীয়া। মুঠতে শঙ্কৰদেৱৰ শিৰৰ মুকুট সদৃশ---'কীৰ্ত্তন ঘোষাৰ, ভাষা লালিত্য, ভাৱৰ মধুৰিমা, ছন্দ-অলঙ্কাৰৰ ঝঙ্কাৰ, সুৰ-লয়ৰ একতানতা আৰু চিন্তা ভক্তিৰ একনিষ্ঠতাই অসমীয়া জাতীয় আৰু ধৰ্ম্মী জীৱনৰ বাটত, নতুন উজ্জ্বল পোহৰ ঢালি দিছে। মুঠ কথা, অসমীয়া সাহিত্য আকাশত শঙ্কৰৰূপী চন্দ্ৰৰ প্ৰতিভাময় অমৃত কিৰণ চিৰদিন অম্লান হৈ থাকিব।

## মাধৱদেৱ ( ১৪৮৯—১৫৯৬ খ্ৰীঃ )

মাধৱদেৱৰ শ্ৰেষ্ঠ ৰচনা 'নাম ঘোষা' বা 'হেজাৰী ঘোষা' নাম ঘোষাৰ দাৰ্শনিক ভিত্তি বেদান্ত। অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ চাৰি পুথিৰ ভিতৰত 'কীৰ্ত্তন ঘোষা' আৰু 'আদি দশম' (১০ম স্কন্ধ ভাগৱতৰ পদ) আৰু মাধৱদেৱৰ 'নামঘোষা' আৰু 'ভক্তি ৰত্নাৱলী' ধৰা হয়। এই চাৰি পুথিয়েই মহাপুৰুষ দুগৰাকীৰ কবিত্ব প্ৰতিভাৰ শ্ৰেষ্ঠ নিদৰ্শন আৰু অসমীয়া সাহিত্যতো চিৰন্তন কীৰ্ত্তিস্তম্ভ স্বৰূপ। মাধৱদেৱৰ নামঘোষাৰ পৰা "খেদ" নামৰ তত্বগধুৰ কৱিতাৰ দুই-এক ফাঁকি দাঙি ধৰা হল—

"পুনু পুনু নৰ তনু লভিয়া তোমাক তেজি
দীনবন্ধু দামোদৰ এ

হৰি হৰি সংসাৰে ভ্ৰমিলো অসংখ্যাত
দীনবন্ধু কতবা কৰিলো যাতায়াত ।
মাধৱ মুকুন্দ মুৰাৰি কি গতি হৈব হামাৰ
মায়াৰ ৰচন মায়া নদী মাজে
মজিয়া ন পাইলো পাৰ ।”

অনেক জন্মৰ তপস্যাৰ ফলত কৃষ্ণ ভক্তি মন্দাকিনীত গাধোৱা পৰম ভাগৱত কৰি মাধৱদেৱে “জন্ম মৃত্যু জৰা-ব্যাধি দুঃখ দোষানু কীৰ্ত্তনম্'' এই গীতা বাণী স্মৰৰি শ্ৰীমদ্ভাগৱতৰ তুল্যাৰ্থক শ্লোক এটিৰ ভাবানুবাদ মধুৰ ছন্দত গাইছে বিষাদ সুৰৰ একতানেৰে । ভাঃ শ্লো---“লব্ধা সুদুৰ্ল্লভমিদং বহুসম্ভৱান্তে মনুষ্যমৰ্থদমনিত্যমপীহ লোকে ।” ইত্যাদি ।

কবিৰ ৰচনাৱলীত মায়াময় জীৱৰ স্বাভাবিক গতি-বিধিৰ বৰ্ণনাশৈলী, আধ্যাত্মিক ভাবানুভূতি, আৰু ভিন্ ভিন্ তাৎপৰ্য্য-ব্যঞ্জক দীনবন্ধু, করুণাময়, মুকুন্দ, মুৰাৰি আদি সংস্কৃতীয়া শব্দ-ধ্বনিৰে, শৰাণাগতিৰ মাধ্যমত আকূতি নিবেদন, দৰাচলতে বিশেষ মন কৰিব লগীয়া ।

মাধৱদেৱৰ ৰসময়, 'নামঘোষা'ৰ মূল-গীতা, ভাগৱত আদিৰ সংস্কৃত কবিতাৰ দুটা এটা নিদৰ্শন আগবঢ়োৱা হ'ল---

[১] 'ত্ৰিবিধং নৰকাস্তেদং দ্বাৰং নাশনমাত্মনঃ ।
কামঃ ক্ৰোধস্তথা লোভস্তস্মাদেতত্ৰয়ং ত্যজেৎ' ॥
[শ্ৰীগীতা ১৬৷২১]

ঘোষা ঃ--- (১) “যতেক অনৰ্থ আছে সংসাৰত
তাতে তিনি বিধ সাৰ ।
কাম-ক্ৰোধ-লোভ আপন নাশন
জানি কৰা পৰিহাৰ ।”

(২) 'জানামি ধৰ্ম্মং ন চ মে প্ৰবৃত্তিঃ । [প্ৰপন্ন গীতা



জানাম্যধৰ্ম্মং ন চ মে নিবৃত্তিঃ । দুৰ্য্যোধন বাক্য ]
ত্বয়া হৃষীকেশ হৃদিস্থিতেন
যথানিযুক্তোঽস্মি তথা কৰোমি ॥”

(২) ঘোষা ঃ—“ধৰ্ম্মকজানোহো মই তথাপি প্ৰবৃত্তি নাই
অধৰ্ম্মত নিবৃত্তি নোহয় ।
হৃদিস্থিত হুয়া তুমি যেন কৰবাহা স্বামি
হৃষীকেশ কৰিবো তেনয় ॥”

(৩) 'মধুৰমধুৰমেতন্মঙ্গলং মঙ্গলানাং
সকলনিগমবল্লীসৎফলং চিৎস্বৰূপম্ ।
সকৃদপি পৰিগীতং শ্ৰদ্ধয়া হেলয়া বা
ভৃগুবৰ নৰমাত্ৰং তাৰয়েৎ কৃষ্ণনাম ॥' (স্কন্দ পুঃ)

ঘোষা ঃ—'সকল নিগমলতা তাৰ অবিনাশী ফল
কৃষ্ণ-নাম চৈতন্য-স্বৰূপ !
সুমধুৰ সুমঙ্গল শ্ৰদ্ধা বা হেলায়ে লৈয়া
নৰমাত্ৰ তৰে ভৱকূপ ॥

'ৰহুগণৈতত্তপসা ন যাতি, ন চেজ্যয়া নিৰ্ব্বপণাদ্ গৃহাদ্বা ।
ন ছন্দসা নৈব জলাগ্নিসূৰ্য্যৈৰ্বিনা মহৎপাদৰজোভিষেকম্ ॥''

ঘোষা ঃ—'পৰম ঈশ্বৰদেৱ কৃষ্ণক নাপায় লাগ
তপ-জপ-যাগ-যোগদানে ।
একান্ত ভকত পদ ৰেণু শুদ্ধচিত্তে মাথে
অভিষেক নকৰয় মানে ॥'

ওপৰত উদ্ধৃতি কৰা ঘোষাৰ সুমধুৰ ৰসাল পদবোৰ সংস্কৃত শ্লোকৰ হুবহু ভাঙনি । পদাৱলীত সংস্কৃতৰ প্ৰভাৱ খুব বেছি, ঠায়ে ঠায়ে মাত্ৰ অলপ ইফাল-সিফাল হে হৈছে । যেনে 'সকল নিগমবল্লী' এই পদাংশত মাত্ৰ 'বল্লী' শব্দৰ ৰূপান্তৰ 'লতা' শব্দ প্ৰযুক্ত হৈছে । কবিয়ে সৰহীয়া “তৎসম'' তদ্ভৱ ললিত পদ ঘটিত “ত্ৰিপদী'' নায়িকাক “ৰূপক'' “স্বভাবোক্তি'' আদি বিচিত্ৰ

ভূষণেৰে বিভূষিতা কৰি তোলাত সংস্কৃতৰ প্ৰভাৱ আৰু ফট্‌ফটীয়াকৈ পাঠক বা শ্ৰোতাৰ মনত বিৰাজ কৰিছে।

অনন্ত কন্দলি ঃ—মহাপুৰুষ দুজনাৰ পাছতে অনন্ত কন্দলি আৰু ৰাম সৰস্বতীৰ নাম উল্লেখযোগ্য। "কন্দলি" উপাধি তৰ্কশাস্ত্ৰৰ পাণ্ডিত্যৰ পৰিচায়ক।

অনন্ত কন্দলিৰ অমৰ লেখনীৰ পৰা ওলোৱা ৰামায়ণ, কুমৰহৰণ কাব্য, ভাগৱতৰ-৬ষ্ঠ স্কন্ধৰ বৃত্ৰাসুৰ বধ আদি ভালেমান কাব্যৰত্ন আছে। নিদৰ্শণ স্বৰূপে কবিতা এটি দাঙি ধৰা হ'ল।

"চিত্ৰ লেখী বোলে সখী ভালেতো স্বপ্নত দেখি
ভোল ভৈলি তই ভাগ্যৱতী।
প্ৰদ্যুম্নৰ প্ৰিয়পুত্ৰ আন নাম অনিৰুদ্ধ
কেশৱ দেৱৰ প্ৰিয় নাতি॥"
"থাক তই মহাশান্তী ইহান চৰণ চিন্তি
মই হেৰা চলিলো এখনে।"
(ভাগৱত—১০ম স্কঃ)

মূল শ্লোক (ভাঃ ১০/৬৩/২০)

"চিত্ৰলেখা তমাজ্ঞায় পৌত্ৰং কৃষ্ণস্য যোগিনী।
যযৌ বিহায়সা ৰাজন্ দ্বাৰকাং কৃষ্ণ পালিতাম্॥"

ওপৰত উল্লেখ কৰা 'কুমৰ হৰণ' কাব্যৰ 'উষাৰ সপোণত বৰ্ণোৱা কৰিতাটোত উষাই সপোনত নায়ক অনিৰুদ্ধক দেখি তেওঁক স্বামীৰূপে পাবলৈ ইচ্ছা কৰিও (পূৰ্ব্বৰাগ) নোপোৱাত "বিপ্ৰলম্ভ" নামৰ শৃঙ্গাৰ ৰস আৰু সখীৰূপ 'দূতি' প্ৰেৰণ আদিয়ে সংস্কৃত অলঙ্কাৰ শাস্ত্ৰৰ প্ৰভাৱ ভালদৰে নিৰ্দ্দেশ কৰে।

'ৰাম সৰস্বতী ঃ—ৰাম সৰস্বতীয়ে যোড়শ শতিকাৰ কোচৰজা নৰনাৰায়ণৰ পৰা (১৫৪০-১৫৮০) আৰম্ভ কৰি ক্ৰমান্বয়ে ৰঘুদেৱ, পৰীক্ষিত নাৰায়ণ, ধৰ্ম্ম নাৰায়ণ আৰু সুন্দৰ নাৰায়ণ লৈকে কেবাজনো ৰজাৰ পৃষ্ঠপোষকতাত মহাভাৰতৰ উপৰিও নানা বধকাব্য ৰচনা কৰে। তেওঁৰ কবিত্ব প্ৰতিভা অতুলনীয়। ৰচনাৰ ব্যাপকতা আৰু নীতি-ধৰ্ম্মৰ আদৰ্শেৰে জনগণৰ উপযোগী কৰি ৰচনা কৰা কাৰ্য্যটো বিশেষভাবে লক্ষণীয়। বধকাব্যৰ ভিতৰত ৰাম সৰস্বতীৰ অধিক জনপ্ৰিয় কাব্য হ'ল—'ভীম চৰিত।' এই সৰু কাব্যখন হাস্যৰসেৰে ভৰপুৰ। তলত এফাঁকি পদ দাঙি ধৰিলোঁ—



"ভীমে বোলে শুন অৰে বকাসুৰ ভাই।
মই ভাত খাওঁ তই থাক ৰাট চাই॥
তই জান বকাসুৰ মোহোৰ সেৱক।
গৃহস্থে ন খাইলে কোনে দিয়ে কুকুৰক॥"

ৰাম সৰস্বতীৰ হাস্যৰসময় কবিতাটোত সংস্কৃতীয়া 'বক্ৰোক্তি' অলঙ্কাৰে 'ৰূপক' আৰু 'আক্ষেপ' অলঙ্কাৰৰ স'তে মিলিত হৈ চমৎকাৰিতা সম্পাদন কৰিছে। ভীমে ঠাট্টা সুৰেৰে ভৱিষ্যদ্বাণী দাঙি ধৰিছে—"অৰে! দুষ্ট বকাসুৰ, তোৰ আৰু ইপুৰীত অন্ন, জল নাই, এয়া তোক সিপুৰীলৈ পঠাম।"

বৈষ্ণৱ যুগত অসমীয়া ভাষাত গোবিন্দ মিশ্ৰই পদ্যত আৰু ভট্টদেৱে গদ্যত (কথাগীতা) গীতাৰ ভাঙনি কৰে। কবি গোবিন্দ মিশ্ৰই গীতা লিখোঁতে নানা টীকা ভাষ্য পঢ়ি সেইবোৰৰ সমন্বয় কৰি নিজ ভাষাত প্ৰকাশ কৰা বুলি কৈ গৈছে—

"শঙ্কৰ ভাষ্যৰ মতক আলোচি
টীকা চাই হনুমন্ত।
আনন্দ গিৰিৰ টীকা যে স্বামীৰ
দুইৰো জিজ্ঞাসিয়া মত॥"

আৰু টীকা ভাষ্যবোৰৰ সাৰ সংগ্ৰহ কৰি সকলোৱে বুজিব পৰাকৈ লিখোঁতে ঠায়ে ঠায়ে বৰ্ণনা বহল হব পাৰে বুলি কবিয়ে আশঙ্কা কৰি ক্ষমা বিচাৰিছে—

"শ্লোক-অৰ্থ চাই পদবড়া পাই
দোষ নধৰিবা মোক ।"

কবিৰ 'অনুপ্ৰাস' আদি অলঙ্কাৰৰ দ্বাৰা সুসজ্জিত-মধুৰ পদাৱলী, আৰু পদ, ছুলড়ী, ঝুনা, ছবি ছন্দৰ ললিত ঝঙ্কাৰৰ কাৰণে তেওঁৰ ৰচনা ৰসাল আৰু জনগণৰ অন্তৰস্পৰ্শী । সেয়ে সৰ্ব্বসাধাৰণৰ হৃদয় তন্ত্ৰীত গোবিন্দ মিশ্ৰৰ গীতাৰ সুৰ অতৰ্কিতে বাজি উঠে । তেওঁৰ গীতাৰ শুৱলা পদ এফাঁকি আগ-বঢ়ালোঁ ।

"পুত্ৰতো যিমত বুদ্ধি শত্ৰুতো সিঠান ।
সেহিমতে সম হৈব মান অপমান ॥
... ... ... ... ... (বিশেষোক্তি অলঙ্কাৰ)
হৰিষে বিষাদ নাহি স্তুতি নিন্দা শুনি ।
সেহিসে পৰম ভক্ত তাকে বুলি মুনি ॥"

গীতা শ্লোক ( ১২ আঃ ১৮, ১৯ )—

"সমঃ শত্ৰৌ চ মিত্ৰে চ তথা মানাপমানয়োঃ ।
শীতোষ্ণ সুখ দুঃখেষু সমঃ সঙ্গবিবৰ্জ্জিতঃ ॥"

কবিয়ে তৎসম-তদ্ভৱ শব্দৰ গাঁথনিৰে কেনে সহজভাৱে ভক্তৰ লক্ষণ বৰ্ণনা কৰিছে, সেইটো একমাত্ৰ কৃষ্ণভক্ত-সুকবি গোবিন্দ মিশ্ৰৰ কৱিত্ব প্ৰতিভাতেই সম্ভৱ হয় ।

বৈষ্ণৱ যুগৰ অবৈষ্ণৱ কবি আৰু পাঁচালী সাহিত্য :—

বৈষ্ণৱ যুগৰ অবৈষ্ণৱ কৱি সকলৰ ভিতৰত পীতাম্বৰ কবি, দুৰ্গাবৰ, মনকৰ আৰু সুকৱি নাৰায়ণৰ নাম বিশেষ উল্লেখযোগ্য । পীতাম্বৰ কবি মহাপুৰুষ শঙ্কৰদেৱৰ সমসাময়িক । তেওঁৰ ৰচিত কেবাখনো কাব্য আছে । 'উষা পৰিণয়'ৰ পৰা এটি কবিতা-পুষ্প আগবঢ়োৱা হ'ল—

(১) "উৰু" গুৰুৰামকল কৰিকৰ নিন্দে ।
চৰণ দেখিয়া লজ্জা পাইলা অৰবিন্দে ॥



দ্বুতিয়াৰ নিকলঙ্ক যেন সুধানিধি ।
কে জানে কতেক যত্নে নিৰমিল বিধি ॥"

ভাগৱতৰ 'শ্ৰীদাম' (কৃষ্ণ সখিৰ) চৰিতৰ পৰা :—

(২) "অনন্তৰে নাৰায়ণে গুণে মনে মনে ।
ধনলোভ ব্ৰাহ্মণেৰে কিছু নাহি মনে ॥
আসিয়াছে যত পুত্ৰ ভাৰ্য্যাৰ বচনে ।
ভিক্ষাৰ তণ্ডুল লৈয়া মোৰ দৰশনে ॥
.... .... .... ....
আজি যে তণ্ডুল গুৰা খাইবো ইহাৰ ।
নৰেৰ দুৰ্ল্লভ দিব সম্পদ অপাৰ ॥"

মূল শ্লোক (ভাঃ ১০/৮১।৬।৭)

"সৰ্ব্বভূতাত্মদৃক্ সাক্ষাৎ তস্যাগমন কাৰণম্ ।
বিজ্ঞায়াচিন্তয়ন্নায়ং শ্ৰীকামো মা ভজৎপুৰা ॥
পত্ন্যাঃ পতিব্ৰতায়াস্তু সখা প্ৰিয়চিকীৰ্ষয়া ।
প্ৰাপ্তো মামস্য দাস্যামি সম্পদোহমৰ্ত্ত্যদুৰ্ল্লভাঃ ॥"

ওপৰত উল্লেখ কৰা ১মং কৱিতাত 'তৎসম' 'তদ্ভৱ' শব্দ-চয়ন আৰু 'উপমা', উৎপ্ৰেক্ষা, ব্যতিৰেক আদি অলঙ্কাৰসমষ্টিৰ ঝঙ্কাৰে সংস্কৃত প্ৰভাৱৰ প্ৰাচুৰ্য্যৰ কথালৈ আঙুলিয়াই দিয়ে । ২য় কবিতাত 'অনুমান' অলঙ্কাৰৰ দ্বাৰা 'বস্তুধ্বনিৰ' চিত্ৰ (অৰ্থাৎ একান্ত ভক্তৰ প্ৰতি ভক্তবাৎসল্যৰ কথা ) প্ৰকটভাৱে ফুটি ওলাইছে ।

মনসা কবি :---মনসা কবি বুলিলে সাধাৰণতে মনকৰ, দুৰ্গাবৰ আৰু সুকবি নাৰায়ণদেৱ এই তিনিজন কবিক বুজায় । মনকৰে 'পদ্মা পুৰাণ কাব্য', দুৰ্গাবৰে 'গীতি ৰামায়ন' আৰু বেউলা আখ্যান, সুকবি নাৰায়ণদেৱে 'চৈতন্য বন্দনা গীতি' আৰু পদ্মা পুৰাণ কাব্য ৰচনা কৰে । তেওঁলোকৰ গীত-পদবোৰে সংস্কৃতৰ প্ৰভাৱৰ যথেষ্ট ইঙ্গিত দিয়ে ।

শঙ্কৰদেৱৰ অব্যৱহিত পৰবৰ্ত্তী লেখকসকলৰ ভিতৰত ভট্টদেৱ অগ্ৰগণ্য। তেওঁ অকল অসমীয়া গদ্য সাহিত্যৰেই জনক নহয়, উত্তৰ ভাৰতৰ বিভিন্ন প্ৰান্তীয় গদ্য সাহিত্যৰো প্ৰথম পথপ্ৰদৰ্শক। ভট্টদেৱৰ ( ১৫৫৮--১৬৩৮ খৃঃ ) প্ৰকৃত নাম বৈকুণ্ঠনাথ। কবিৰত্ন আৰু ভাগৱত ভট্টাচাৰ্য্য এই দুটা উপাধিহে।

ভট্টদেৱে (ক) কথা ভাগৱত, কথাগীতা, কথা ৰত্নাবলী, প্ৰসঙ্গ-মালা আদি (অসমীয়াত) : (খ) ভক্তিসাৰ, ভক্তিবিবেক আদি ( সংস্কৃতত ) কেবাখনো গ্ৰন্থৰত্ন ৰচনা কৰি যায়। কিন্তু তাৰ ভিতৰত ভট্টদেৱৰ যশস্বী গ্ৰন্থ হ'ল "কথাভাগৱত" আৰু "কথা-গীতা।" তেওঁৰ দীক্ষা গুৰু দামোদৰদেৱৰ নিৰ্দ্দেশ অনুসৰি ভট্টদেৱে ভাগৱতৰ শ্লোক ভাঙি এই অমূল্য "কথা ভাগৱত" ৰচনা কৰি যায়। কথা ভাগৱত আৰু কথা গীতাৰ পৰা দুই এটা নিদৰ্শন মূল শ্লোকৰ স'তে তলত দেখুওৱা হ'ল :---কথাভাগৱত (১) সুখৰ অৰ্থে যত্ন ন কৰোক ( ১৬ মাঃ )। যেমনে দুখ নুখুজিলেই পায়, (১৬ মাঃ) তেমন সুখো মিলিবেক। এতেকে মহাগুণবন্ত তুমি জগতৰ মুক্তিৰ অৰ্থে, ভগৱন্তৰ লীলা কহ।" ( কথা-ভাঃ ১।৫ )

মূল শ্লোক :--(১) তস্যৈব হেতোঃ প্ৰযতেত কোবিদো
ন লভ্যতে যদ্‌ ভ্ৰমতামুপৰ্য্যধঃ। ( ভাঃ-১।৫।১৮,
তল্লভ্যতে দুঃখবদন্যতঃ সুখং নাৰদ বাক্য )
কালেন সৰ্ব্বত্ৰ গভীৰ ৰংহসা ॥"

কথাগীতা (২) "যদ্যপি তুমি সকলো পাপীত কৰি অত্যন্ত পাপ-কাৰী হোৱা, তথাপি পাপ সমুদ্ৰক জ্ঞাননাৱে অনায়াসে তৰিবা। যেন কাষ্ঠ সমূহক প্ৰজ্জ্বলিত অগ্নিয়ে ভস্ম কৰে, তেমন জ্ঞানাগ্নিয়ে প্ৰাৰব্ধবিনে সকল কৰ্ম্মকে ভস্ম কৰে।" (কথাগীতা ৪ৰ্থ অঃ)

মূল শ্লোক :---[২]"যথৈধাংসি সমিদ্ধোঽগ্নিৰ্ভস্মসাৎকুৰুতেঽৰ্জ্জুন।
জ্ঞানাগ্নিঃসৰ্ব্বকৰ্ম্মাণি ভস্মসাৎ কুৰুতে তথা ॥"
[ গীতা ৪ৰ্থ অঃ ৩৮ ]



উল্লেখ কৰা কথাভাগৱত আৰু কথাগীতাৰ বাক্যবোৰ চুটি চুটি, কিন্তু ছন্দোময় আৰু সংস্কৃতীয়া প্ৰভাৱ বন্ধনীৰে আবদ্ধ।

তৎসম আৰু তদ্ভৱ শব্দৰ প্ৰচুৰ প্ৰয়োগ, সমাসবদ্ধ বাক্যেৰে গৌড়ীয় ৰীতিৰ অনুসৰণ আৰু "ৰূপক" উপমা, আদি অলঙ্কাৰৰ ঝঙ্কাৰেই সংস্কৃতৰ প্ৰভাৱৰ স্পষ্ট প্ৰমাণ। ১নং কথাভাগৱতৰ গদ্য ভাগত "পজ্ঝটিকা" নামৰ মধুৰ 'মাত্ৰাবৃত্তৰ' প্ৰভাৱ বিশেষকৈ লক্ষণীয়।

ৰঘুনাথ মহন্ত :—উত্তৰ বৈষ্ণৱ যুগৰ কবি ৰঘুনাথ মহন্তৰ 'কথাৰামায়ণ' অসমীয়া গদ্য সাহিত্যৰ আন এটা অমূল্য সম্পদ। তেওঁৰ ৰামায়ণত তৎসম আৰু তদ্ভৱ শব্দৰ ব্যৱহাৰেই বেছি। উপমা আদি অলঙ্কাৰৰ প্ৰভাৱো যথেষ্ট। আনকি ঠায়ে ঠায়ে গৌড়ীয় ৰীতিত সংস্কৃত প্ৰধান বৰ্ণনাও দেখা যায়। যেনে—"অভিনৱ জলদ সদৃশ শ্যাম তনু" ইত্যাদি।

উল্লেখ কৰি অহা কৱি-সাহিত্যিকসকলৰ উপৰিও প্ৰাচীন অসমীয়া কাব্য সাহিত্য ফুলনিত নানা প্ৰকাৰ কবিত্ব সৌৰভেৰে সুৰভিত কবিফুল জক্‌মকাই ফুলি আছে। ৰচনাৰ শৰীৰ উপচি পৰাৰ ভয়ত তেওঁলোকলৈ হিয়াভৰা শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিয়েই বিতং লিখাৰ লোভ সম্বৰণ কৰিলোঁ। তেওঁলোকৰ ৰচনাবলীতো সংস্কৃতৰ প্ৰভাৱ যথেষ্ঠ পৰিছে।

সংস্কৃতৰ পৰাই ক্ৰমান্বয়ে পালি, প্ৰাকৃত, অপভ্ৰংশই ক্ৰমিক সৰলতৰ হৈ প্ৰাদেশিক ভাষাত পৰিণত হৈছে। এই কাৰণে সংস্কৃত সাহিত্যৰ প্ৰভাৱৰ অখণ্ড সোঁত অসমৰ মাজেদি নিৰবচ্ছিন্নে বৈ থকা লুইতৰ দৰে প্ৰাচীন অসমীয়া কাব্য সাহিত্যত কিয় আধুনিক নবীন-প্ৰবীণ কবি-সাহিত্যিকসকলৰ লেখাতো কম-বেছি পৰিমাণে সদায় বৈ আছে আৰু থাকিবও। কিয়নো জনকৰ প্ৰভাৱ সন্তান-সন্ততিত পৰাটো স্বাভাৱিক।

প্ৰভাৱক সাধাৰণতে তিনিভাগত ভগাব পাৰি। (১) বিষয়-গত, (২) ভাষাগত, (৩) ভাবগত। অসমীয়া প্ৰাচীন কাব্য

সাহিত্যই ওপৰত দেখুৱা তিনিও প্ৰকাৰৰ প্ৰভাৱৰ হাত এৰাব পৰা নাই। প্ৰাচীন কবি-সাহিত্যিকসকলৰ ভিতৰত প্ৰায় সকলো কবিয়েই মহাভাৰত, ৰামায়ণ, ভাগৱত পুৰাণ, গৰুড় পুৰাণ, ব্ৰহ্ম পুৰাণ আদিৰ পৰা কাহিনী ভাগ লৈছে। অৱশ্যে বিষয়বস্তু একে হলেও প্ৰত্যেকতে লেখক কবিৰ ব্যক্তিত্বৰ ছাঁ বৰ্ণে বৰ্ণে পোৱা যায়। আনকি কবিৰ নিজা ৰসাল ৰচনা ভঙ্গী, ভাব-গাম্ভীৰ্য্য, অলঙ্কাৰৰ ঝঙ্কাৰ আৰু ললিত শব্দ মাধুৰ্য্যই সহৃদয় সামাজিকৰ চিত্ত মুহি পেলাবলৈ সক্ষম।

মহাপুৰুষ শঙ্কৰদেৱৰ ৰচনাবলীতো বেছি ভাগেই ভাগৱতৰ আৰু ভাগৱতৰ বাহিৰৰ মাৰ্কণ্ডেয়, গৰুড়, বামণ পুৰাণ আদিৰ সংমিশ্ৰিত ভাগৱতৰ কাহিনীৰ আলম দেখা যায়। মাধৱদেৱৰ নাম ঘোষাত গীতা, বৃহন্নাৰদীয় পুৰাণ আদি সংস্কৃত গ্ৰন্থৰ কিছুমান শ্লোক নামঘোষাৰ মূল স্বৰূপে পোৱা যায়। ৰামায়ণ আদিৰ ভাওনি আৰু নাটৰ কাহিনীবোৰো প্ৰায় সংস্কৃত সাহিত্যৰ পৰা লোৱা হৈছে। গতিকে এইবোৰত সংস্কৃতৰ বিষয়গত ফটফটীয়া প্ৰভাৱৰ কথা বহলাই দেখুৱাবৰ আৱশ্যক নাই বুলি ভাবো।

নিদৰ্শন স্বৰূপে কেইটামান কবিতা দাঙি ধৰা হ'ল---

"পৰ্ব্বত সমান ঢউ উথলে অপাৰ।
আকাশে সাগৰে দুইকো দেখি একাকাৰ॥
কুম্ভীৰ মগৰ-মৎস্য কচ্ছপ সকল।
আঙ্ক নিয়া সাগৰৰ উথলয় জল॥
(সাগৰ তীৰত কপিসকল---মাধৱ কন্দলি)

দুখিত কালত জানি পণ্ডিতৰ জ্ঞান।
আপদত জানি শত্ৰু-মিত্ৰৰ প্ৰমাণ॥
( উদ্যোগ পৰ্ব্ব---ৰাম সৰস্বতী )



ওপৰৰ বৰ্ণনা কেইটাত কবিয়ে উপযুক্ত ঠাই আৰু ভাব অনুসৰি ৰূপক, উৎপ্ৰেক্ষা, উপমা আদি অলঙ্কাৰৰ সহায় লৈ নিজ অন্তৰত উপচি পৰা গভীৰ অনুভূতিক বিকাশ কৰি সেই অনুভূতিক সহৃদয় পাঠকৰ অন্তৰত জগাই তুলিছে। কবিতা কেইটিত উপমা আদি অলঙ্কাৰৰ উপৰিও তৎসম, তদ্ভৱ আদি ভাষাগত শব্দ যোজনাৰ প্ৰভাৱ অতি স্পষ্ট। 'অক্ষৰবৃত্ত' ছন্দৰ চকুমকনিও বিশেষ লক্ষ্য কৰিবলগীয়া।

ইয়াতে অসমীয়া পদ্যত ছন্দৰ বৈশিষ্ট্য সম্বন্ধে এটি চমু আলোচনালৈ মন গ'ল। প্ৰায় সকলো ভাষাৰ পদ্যতে সংস্কৃতৰ দৰে লঘু গুৰু বিচাৰ আৰু মাত্ৰা গণনাৰ ৰীতি দেখা নাযায়। অসমীয়া পদ্যতো ঠিক একে নিয়ম। অইন সকলো বিলাক ঠিকেই আছে। যেনে অসমীয়া কাব্যত চাৰি ফঁকীয়া শ্লোক, সম, অৰ্দ্ধসম, আৰু বিষম নামৰ অক্ষৰবৃত্ত ছন্দৰ প্ৰয়োগ চলি আছে। চাৰি শাৰীৰ ভিতৰত প্ৰত্যেক শাৰীতে সমান আখৰ থাকিলে 'সমবৃত্ত' ছন্দ, প্ৰথম আৰু তৃতীয় শাৰী সমান, আৰু দ্বিতীয় চতুৰ্থ শাৰী সমান অক্ষৰৰ হলে 'অৰ্দ্ধ সমবৃত্ত' আৰু যদি কাৰো লগত কাৰো মিল নোহোৱাকৈ প্ৰত্যেক শাৰীৰ অক্ষৰ সংখ্যা বেলেগ বেলেগ হয়, তেনেহলে 'বিষম বিত্ত'ৰ ছন্দ হব। ওপৰত উল্লেখ কৰা কবিতাবোৰত 'অৰ্দ্ধসম' অক্ষৰবৃত্ত নামৰ ছন্দ হৈছে। এইদৰে 'সম' আৰু 'বিষম' বৃত্তৰো কবিতা অসমীয়া কাব্যত প্ৰচুৰ আছে।

ছন্দ কবিতাৰ প্ৰধান অঙ্গ। কবিতা ৰাণীয়ে ছন্দৰ যতি, লয় আৰু সন্মোহনী তানৰূপ সাজ-পাৰ পিন্ধি মানুহক যেনেকৈ মুহিব পাৰে, ছন্দহীন গদ্যত মুহিব পৰা তেনে গুণ দেখা নাযায়। এই বাবেই আদিম মানবৰ মৌখিক গীত, পদ, ফকৰা, যোজনা আদি আৰু প্ৰাচীন কবিসকলৰ ৰচনাৱলী পদ্যত হে দেখিবলৈ পোৱা যায়। সেয়েহে অলঙ্কাৰ শাস্ত্ৰই ব্যাকৰণ দুষ্ট আৰু ছন্দ পতন হোৱা কাব্যৰ অমাৰ্জ্জনীয় দোষক কোনোমতে সহ্য কৰা নাই।

দৰাচলতে কবলৈ হলে আমাৰ দৈনন্দিন কথা বতৰা আদিয়ো সংস্কৃতৰ প্ৰভাৱৰ পৰা মুক্ত নহয়। সংস্কৃত জানকে বা নাজানকে নিজে কিতাপ পঢ়ি, নাইবা লোকমুখ পৰম্পৰাক্ৰমে শুনি অজানিতে এষাৰ মাত মাতে—"মাননীয় সাহিত্যানুৰাগী সুধীবৃন্দ, আধুনিক বৈজ্ঞানিক আবিস্কাৰ" ইত্যাদি। ভাষণত মধুৰ সংস্কৃত শব্দবোৰ সংস্কৃত নজনা লোকৰো মুখৰপৰা আপোনা-আপোনি নিগৰি ওলায়। ইয়াৰ মূলতে যে সংস্কৃতৰ প্ৰভাৱ আছে, তাক নুই কৰিব নোৱাৰি।

অসমৰ লব্ধপ্ৰতিষ্ঠ সাহিত্যিক, গবেষক আৰু সমালোচক সকলে তেওঁলোকৰ তত্বপূৰ্ণ গ্ৰন্থসমূহত প্ৰাচীন কবিসকলৰ অসমীয়া সাহিত্যলৈ যি অৱদানৰ কথা উল্লেখ কৰিছে, তাৰপৰা আমি পুৰাণ অসমৰ সমাজনীতি, আচাৰনীতি, আদি নানাবিধ কথাৰ সম্যক জ্ঞান আহৰণ কৰি এই অভিভাষণখনি যুগুত কৰিছোঁ। যি সকলৰ ওচৰত আমি এই কাৰ্য্যৰ বাবে ধৰুৱা, সেইসকলো সাহিত্যিকলৈ আৰু সুধীবৃন্দলৈ আমি এই সুযোগতে কৃতজ্ঞতা জ্ঞাপন কৰিলো।

হে চিৰচেনেহী অসমী আইৰ নতুন ৰূপ দিওঁতা হৃদয়বন্ত সাহিত্যিকসকল, পুৰণি নতুনৰ সংমিশ্ৰণৰ দ্বাৰা ভাষাক সমৃদ্ধিশালিনী কৰি তুলিবলৈ আৰু হেমাহিৰ বাহুবন্ধনত সোমাই থকাৰ সময় নাই। নতুনক ভাষা সেৱাৰ দীক্ষা দিয়ক আৰু ভাষা মন্দিৰৰ দুৱাৰ তেওঁবিলাকলৈ মুকলি কৰি দিয়ক। বৰণীয়া, গুণগ্ৰাহী, সুন্দৰৰ পূজাৰী সুধীসকল!

এই অভাজনে সীমিত জ্ঞানৰূপ অলপীয়া পানীৰে বোকাময় হিয়াপুখুৰীৰ পৰা ঢোপাকলি এটি তুলি আনি আপোনালোকলৈ শ্ৰদ্ধাৰে আগবঢ়ালেঁা, ভাৰসা—সকৰুণ সুধী সূৰযৰ মৰমিয়াল কিৰণৰ পৰশ পাই, ফুটি উঠি অসমী আইৰ পূজাৰ উত্তম উপঢৌকন হবগৈ ভাবি আপোনালোকক প্ৰাণভৰা ওলগ জনাই ত্ৰুটি-বিচ্যুতিৰ বাবে ক্ষমা মাগিলোঁ।



শেহান্তৰত আপোনালোকৰ মানস-অনুমতি লৈ—অসমী আইৰ ৰাতুলচৰণ কমলত, সংস্কৃত আৰু অসমীয়া কবিতা কুসুমাঞ্জলি অৰ্পণ কৰি উপসংহাৰ কৰিব খোজোঁ—

"ললিত-অসমভাষা বায়ু হিল্লোল মালা,
বিকিৰতু মধু বিশ্বে ভাতু সঙ্গীত বিদ্যা।
মধুময় জনচিত্তে সৰ্ব্বদা কাব্য চিন্তা
শতদল-মধু পানে মত্ত ভৃঙ্গীব ভাতু॥"

"কাণ দুখনেৰে, শুনিবলৈ পাওঁ, শুভ বাৰ্ত্তা জগতৰ।
ই দুটি চকুৰে, দেখিবলৈ পাওঁ শিৱ ৰূপ সুন্দৰৰ॥
সৱল সুন্দৰ, অঙ্গ-প্ৰত্যঙ্গেৰে, শতেক বছৰ আমি।
তব গুণ গাই, বাচি থাকো যেন কৃপা যদুমণি॥"
জয়তু চিৰ চেনেহী অসম জননী।
জয়তু সাহিত্য সভা জ্ঞান বিধায়িনী॥
কবি সম্মিলন জয়, জয় সভ্যগণ।
জয় কৰ্ম্মীগণ মাতৃ হিয়াৰ ৰতন॥

পৃথিবীৰ শান্তি হওক, ধৰণী মধুময় হওক, অপূৰ্ণতাৰ পূৰ্ণতা হওক, সকলোৰে মঙ্গল হওক, শ্ৰীমণ্ডিতা অসমী পৰমাশ্ৰী লাভ কৰক।

॥ ওঁ শান্তিঃ, ওঁ শান্তিঃ, ওঁ শান্তিঃ॥

—০—

**শ্ৰীবৈকুণ্ঠ নাথ চক্ৰবৰ্ত্তী তৰ্কতীৰ্থ**

৮/৪/৭২

## সাংস্কৃতিক-সন্মিলনৰ সভাপতিৰ অভিভাষণ

মাননীয় মূল সভাৰ সভাপতি ডাঙৰীয়া, চিৰ চেনেহী ভাষা-জননীৰ সমাগত পূজাৰীমণ্ডলী, সংস্কৃতি সমাৰোহৰ সমবেত শিল্পীবৃন্দ আৰু সুধী ৰাইজ !

অসম সাহিত্য সভাৰ মূল অধিবেশনৰ জেউতি চৰোৱাৰ মানসৰে আয়োজন কৰা আজি সন্ধিয়াৰ এই জোনাকী-উৎসৱৰ পাতনি মেলাৰ ভাৰ মোৰ দৰে অকিঞ্চনৰ ওপৰত অৰ্পণ কৰি মোক যে কিমান দোধোৰমোধোৰত পেলাইছে—তাৰ উমান মাথোন ময়েই পাইছোঁ । মোক আপোনালোকে শিল্পী বুলি গ্ৰহণ কৰিছে । কিন্তু মই ইমান ডাঙৰ আখ্যাৰ অধিকাৰী নহওঁ । মই মাথোন এজন সামান্য অভিনেতা—নটৰাজৰ নাট্যমন্দিৰৰ এজন নগণ্য পূজাৰী। শিল্প-সংস্কৃতিৰ সূক্ষ্মাতিসূক্ষ্ম বা-বাতৰি মই বিশেষ একোৱেই নেজানো । মাথোন কেতিয়াবা উৱলীয়া খবৰ একোটাই আহি মোৰ হৃদয়-তন্ত্ৰীত সত্য-সুন্দৰৰ শুনা-নুশুনা সুৰ এটা ৰাচি থৈ গুছি যায় । তাৰে জানো অসমীয়া সংস্কৃতিৰ পোহাৰ মেলা এই উৎসৱৰ প্ৰথম চাকিগছি জ্বলাবৰ জোখাৰে অন্তত সাহ বান্ধিব পাৰোঁ ! তথাপি, কেতিয়াবা বঙ্গমঞ্চৰ পাদপ্ৰদীপত তেল-শলিতাৰ যোগান ধৰাৰ অভিজ্ঞতা মোৰ আছে । সেইকণ মূলধনকে লৈ আপোনালোকৰ আদেশ শিৰোধাৰ্য্য কৰিবলৈ ওলাইছোঁ ।

লুইত যিমান দিনলৈকে বৈ থাকিব, তাৰ দুয়োপাৰে থকা বহুৰঙী অসমীয়া মানুহমুঠিও জীয়াই থাকিব । আৰু জীয়াই থাকিব, শদিয়াৰ পৰা ধুবুৰীলৈকে বিয়পি থকা মানুহমুঠিৰ বিচিত্ৰ সংস্কৃতি।



অকল জীয়াই থকাই নহয়—লুইতৰ দৰেই ফেনে-ফোটোকাৰে উপচি থাকিব । মিৰ্চিংসকলৰ ঐ নিতমৰ দীঘলীয়া উকি, মিকিৰসকলৰ মংৰী বাঁহীৰ মিঠা কুঁপনি, ৰাভাসকলৰ বহুৰঙী গীতৰ লহৰ, বড়োসকলৰ চেৰাঞ্জা-চিফুঙৰ থমকি-থমকি থমকিব নজনা সুৰ, গোৱালপৰীয়া ডেকা-গাভৰুৰ ভাওৱাইয়া গীতৰ ঢেও—এই সকলোকে লৈ অসমীয়া সংস্কৃতিৰ বৰ নৈত সাগৰ ওপচোৱা অলেখ ঢৌ। সেই বৰ নৈৰে নেতাই ধুবুনীৰ ঘাটত ভৰাই সাত কলহ পানী তুলি আনি আয়োজন কৰা আজি সন্ধিয়াৰ এই মৌ-মেল ।

কৃষ্টি আৰু সংস্কৃতিৰ মাজত এটি সূক্ষ্ম পাৰ্থক্য আছে । কৃষ্টি বোলা বস্তুটো জানিবা আপোন প্ৰাণৰ স্পন্দনেৰে লহপহকৈ গজি উঠা এডৰা ঘাঁহনি আৰু সংস্কৃতি বোলা বস্তুটো জানিবা চোতালৰ সমুখৰ নিৰাই-নিকাই আতোলতোলকৈ ৰখা ঘাঁহৰ দলিচা-খন । কৃষ্টিৰ সম্পৰ্ক ইতিহাসৰ সৈতে, জীৱনৰ অতীতৰ সৈতে। আৰু, সংস্কৃতিৰ সম্পৰ্ক সপোনৰ সৈতে, অনাগত ভৱিষ্যতৰ সৈতে। কিন্তু, সেই সপোনৰ পম খেদি গ'লে ইতিহাসৰ শিপাডাল বিচাৰি পাব লাগিব । তাকে যদি নেপাওঁ, তেনেহ'লে সি সংস্কৃতি বুলি স্বীকৃতি পোৱাৰ অযোগ্য । এইবাৰ কথা বাটচ'ৰাতে সকীয়াই থলোঁ, আজিকালি অসমীয়া সংস্কৃতিৰ বৰঘৰৰ ভিতৰলৈ সোমাই অহা কিছুমান অচিন সুৰৰ উমান পাই ।

কবি মেথ্যু আৰ্ণল্ডে সংস্কৃতিৰ এটি সলসলীয়া সংজ্ঞা বান্ধি দিছে । সংস্কৃতি হ'ল, মাধুৰ্য্য আৰু দীপ্তিৰ হৰগৌৰী-মিলন । যি সংস্কৃতিয়ে মনক মধুৰ কৰি তুলিব নোৱাৰে; মৌ-বনৰ জুতি দিব নোৱাৰে, পোহৰৰ আভাস দিব নোৱাৰে, মনটো ফৰকাল কৰি তুলিব নোৱাৰে; সেয়া সংস্কৃতিৰ নামত প্ৰহসন । বৰং, তাক দুষ্কৃতি বুলি কোৱাই ভাল। আজি কিছুদিনৰ পৰা এজাক বতাহ অসমীয়াৰ জাতীয় জীৱনলৈ বৈ আহিছে, যিজাক বতাহত এই দুষ্কৃতিৰ গোন্ধ পাওঁ, সংস্কৃতিৰ আভাস নেপাওঁ । আমাৰ

পিন্ধন-উৰণ, ৰান্ধন-বাঢ়নৰ পৰা আৰম্ভ কৰি আমাৰ নাচোন-বাগোনলৈকে সকলোতে তাৰ চিটিকনি পৰিছে। আমাৰ ডেকা মহলক মই থোৰতে কৈ থ'ব খুজিছোঁ, ঋণৰ ধনেৰে নিজকে নোজোৰে— আনক বিলোৱাৰ কথা যে নুঠেই।

সংস্কৃতিৰ লগত জড়িত মানুহ হিচাবে মোৰ আচল সম্পৰ্কটো নাটঘৰৰ সৈতে। মই সেইবাবে মোৰ ক'বলগীয়া কথাখিনি নাটঘৰৰ গা-ত আঁউজি ক'ব খুজিছোঁ—নহ'লে জানোচা সীতাই অশোক বনৰ মাটিত আঁচি লোৱা সীমাৰ ঘেৰটো পাৰ হোৱাৰ দোষে চোৱে! লক্ষ্য কৰিছোঁ, কিছুদিনৰ পৰা অসমীয়া নাট্যকলা-জগতত এটা অৱসাদৰ লক্ষণে দেখা দিছে। ক'তো জীৱনৰ চঞ্চলতা নাই, গতিৰ স্পন্দনশীলতা নাই। পিৰানডেল্লো আৰু প্ৰিষ্টলীৰ দুখন মঞ্চ-সফল নাটকৰ অনুবাদ লৈয়েই এটা জাতিৰ নাট্য-সংস্কৃতিয়ে পৰিপূৰ্ণতাৰ দাবী কৰিব নোৱাৰে। একাঙ্কিকাও অৱশ্যে যথেষ্ট ৰচিত হৈছে। কিন্তু, জীৱনৰ অন্তঃস্থলীলৈকে, আত্মাৰ গভীৰতম কুণ্ডলৈকে প্ৰবেশ কৰিব পৰা কোনো নাটকেই স্বাধীনতাৰ উত্তৰ-কালত ৰচিত হোৱা নাই। সন্দেহ হয়, জ্যোতিপ্ৰসাদৰ কাৰেঙৰ লিগিৰী আৰু ৰূপালীম—এই দুখনেই অসমীয়া নাটকৰ শেষ মাইলৰ খুটি। বিশ্বাস কৰিবলৈ টান পাওঁ, অসমীয়া নাট্য-কাৰৰ সৃষ্টিপ্ৰতিভাৰ গৰ্ভস্থলী শুকাই খৰাং হৈ গ'ল! মোৰ ধাৰণা, ক'ৰবাত কিবা দিক্‌ভ্ৰান্তি ঘটিছে। হয়তো নিজৰ জাতীয় জীৱনৰ লগত অপৰিচয়েই এই অৱসাদৰ প্ৰধান কাৰণ। যেতিয়া-লৈকে অসমীয়া মানুহৰ চৰিত্ৰ বুটলি আনি, অসমীয়া সমাজৰ নিখুঁত ছবি আঁকি, অসমীয়া জীৱনৰ পটভূমিকাত স্থাপন কৰি অসমীয়া নাটক ৰচনা কৰা নহ'ব, তেতিয়ালৈকে এই স্থবিৰতাৰ পৰা নাট্য-সংস্কৃতিৰ মুক্তি অসম্ভৱ হৈয়েই ৰ'ব।

মই ক'ব খোজা নাই, পশ্চিমৰ পৰা একোৱেই গ্ৰহণ কৰিব নালাগে বুলি। পূব পশ্চিম য'ৰে পৰাই নহওক আদৰ্শ গ্ৰহণ



কৰাত কোনো আপত্তিৰ অৱকাশ নাই। মাথোন সি আমাৰ ঘাই শিপাডাল উঘালি পেলাব নেলাগিব! সম্প্ৰতি প্ৰতি-নাটক, আজগুবি-নাটক ইত্যাদিৰ উজান উঠিছে। নতুনৰ বাৰ্ত্তা-বহী হিচাবে মই সেই সকলোবোৰকে অভ্যৰ্থনা জনাওঁ। কিন্তু, প্ৰাণেৰে সঁহাৰি জনাবলৈ মই অক্ষম। কাৰণ, সেইবোৰত মই শিল্পবস্তুৰ জঁকাটোহে বিচাৰি পাওঁ—তেজ-মঙহৰ শৰীৰটো দেখোন নেপাওঁ। শিল্পকলা কেৱল আঙ্গিকৰ ওপৰত প্ৰতিষ্ঠিত নহয়। আঙ্গিক মাথোন মূল্যবোধৰ বহিৰঙ্গহে। দুৰ্ভাগ্যৰ কথা, আমাৰ নাট্যকাৰসকলে মাথোন বহিৰঙ্গৰ চাকচিক্যহে দেখা পাইছে, মূল্য-বোধৰ দীপ্তি দেখা পোৱা নাই। এইখিনিতে কবিগুৰু ৰবীন্দ্ৰ-নাথৰ এখন উপন্যাসৰ এটি ধেমেলীয়া চৰিত্ৰৰ এষাৰ ধেমেলীয়া কথালৈ মনত পৰি গ'ল। কথাষাৰ অলপ সলাই লৈ কৈছো: আঙ্গিকৰ পূৰ্ণতাই দিব পাৰে মমৰ পোহৰ; মূল্যবোধৰ পৰি-পূৰ্ণতাই দান কৰে মণিৰ জেউতি। আমি এতিয়া মমবাতিডাল পুৰি শেষ হ'লেই ঢুকাই নোহোৱা—হোৱা পোহৰ নেথেদি, মণিটো ভাঙি বালিচন্দা হৈ যোৱাৰ পাচতো জিলমিলাই থকা জেউতিলৈহে হাত মেলাৰ সময় হৈছে।

হয়তো বহুত নিলগলৈ আঁতৰি আহিলোঁ। মই ক'ব লাগিছিল সংস্কৃতিৰ কথা---গীত-পদ-নাচৰ কথা। ক'লোঁ, নাটক-ভাওনাৰ কথা! সাহিত্য সভাৰ চোতালত থিয় হৈ নাট্য-সংস্কৃতিৰ বিষয়ে এইদৰে দীঘলীয়া পাতনি মেলাৰ কাৰণটো হ'ল, আজি সন্ধিয়াৰ এই অনুষ্ঠানটোৰ লগত সাহিত্যৰ কিবা গভীৰতৰ সম্পৰ্ক আছে নেকি—তাৰে সন্ধান লোৱাৰ প্ৰচেষ্টা। মই অকিঞ্চনে মাথোন এষাৰ কথা ঢুকি পাইছো, নাটকৰ জখলাৰে উধাই গৈ থাকিলে সেই একেডোখৰ ঠাইতে ওলাবগৈ পাৰি, যিডোখৰ ঠাই যি কোনো শিল্পকৃতিৰ খটখটিৰে উঠি গৈ থাকিলে পোৱা যায়। সেই ঠাইডোখৰেই হ'ল, সত্য আৰু সুন্দৰৰ মিলনভূমি।

তাৰ বতাহত আছে, বিশ্বজনীনতাৰ সুৰভি-নিৰ্য্যাস। সেই সুৰভিৰে মণ্ডিত নোহোৱালৈকে কোনো শিল্পবস্তুৱেই সংস্কৃতিৰ পৰ্য্যায়লৈ উন্নীত হ'ব নোৱাৰে। অতি বেছি, সি কৃষ্টি-সম্পদ বুলি পৰিগণিত হয়। সংস্কৃতি মানে সংস্কৃত কৃষ্টি—শুধৰাই লোৱা, বাট-কেঁকুৰি পোনাই লোৱা কৃষ্টি। কবিগুৰু ৰবীন্দ্ৰনাথৰ সংস্কৃত মনৰ পৰশ নোপোৱা হ'লে মণিপুৰী নৃত্য এক অৰ্ব্বাচীন কৃষ্টি সম্পদ হৈয়েই ৰ'লহেঁতেন। মহাকবি ভল্লথোলৰ সংস্কৃত কল্পনাৰ উম নোপোৱা হলে কথাকলি নৃত্যও সেইদৰে কেৰালাৰ লোক-কৃষ্টি হৈয়েই ৰ'লহেঁতেন। দূৰলৈ নেযাওঁ, মহাপুৰুষ দুজনাৰ দীপ্ত প্ৰতিভাৰ বা' নলগা হ'লে অঙ্কীয়া নাটো কিজানি অসংস্কৃত ওজাপালিয়েই হৈ ৰ'লহেঁতেন। এতিয়াও বাট চাই ৰ'ম, তেনেকুৱা কেইজনমান শিল্পীৰ কাৰণে, যাৰ প্ৰতিভাই আমাৰ সিঁচৰতি হৈ থকা শিল্প-সম্পদক অসমীয়া সংস্কৃতিৰ চূড়ান্ত নিদৰ্শনলৈ ৰূপান্তৰিত কৰি জগত-সভাত দাঙি ধৰিব।

গীত-মাত, নাচোন-কাচোন মই ভাল পাওঁ। মৌ-লোভী মধুলেহীৰ দৰে মই সিবোৰৰ মাধুৰ্য্য-বস্তু গ্ৰহণ কৰি মোৰ ৰসৰ গাগৰিটো মাথোন ওপচাই তোলো। কিন্তু, মই সিবিলাকৰ বিশ্লেষণ কৰিব নেজানো। মই ভালপাওঁ, একাকি বনগীতৰ বুকু চমচমাই যোৱা দীঘলীয়া ৰিং; মই ভালপাওঁ, একাকি কামৰূপী লোকগীতৰ কৰকাল বজিয়াল সুৰৰ জোকাৰ; মই ভালপাওঁ, একাকি গোৱালপৰীয়া লোকগীতৰ সাঁচতীয়া চকু-লোৰে তিতি থকা ডিঙি-কঁপা সুৰৰ হুমুনিয়াহ। জানো, এইবোৰতে মোৰো হাঁহি-কান্দোনে জীপ্ লৈ আছে। মোকো নাচি নচুৱায়, মিচিং কণেংহঁতৰ এচোতাল বিহু-বলিয়া নাচোনে; মোকো নাচি নচুৱায়, বাভা ডেকা-গাভৰুৰ ছাথাৰৰ ছেৱে ছেৱে বৈ অহা জুৰিব নিচিনা দেহৰ উচ্ছল উদ্যমে; মোকো নাচি নচুৱায়, বড়ো চিথলা-হঁতৰ বাথৌ পূজাৰ আগলি-বতৰা দিয়া খেৰাই নৃত্যৰ লুইতৰ দৰে



গম্ভীৰ নাচোনৰ মনোৰম লয়লাসে। কাৰণ, এইবোৰৰ মাজতে বিচাৰি গাওঁ, মই জীয়াই আছো—মোৰ অসমীয়া মহাজাতি জীয়াই আছে। আজি সন্ধিয়াৰ এই মৌ-মেলত হয়তো তাৰে এখন বিৰাট পোহৰ দেখা পাম। আৰু দেখা পাম, তাৰে আধাৰত গঢ় লৈ সাৰ পাই উঠা এচমকা ভৱিষ্যতৰ সপোন। মোক আপোনালোকে নিমন্ত্ৰণ কৰি আনিছে, এই মৌ-মেলৰ ৰসৰ গাগৰিটোৰ ঢাকোন গুচাই দিবলৈ। মই সেই ঢাকোন-খন গুচাই দিলোঁ। ওৰে নিশাটো সেই গাগৰিটোৰ পৰা উছলি উছলি বাগৰি আহিব ৰসৰ মাধুৰী। তথাপি, সি উজাৰ হৈ নেযাব। কাৰণ, সাগৰৰো তলি আছে—কিন্তু অসমীয়াৰ এই ৰস-গাগৰিটোৰ তলি নাই, আছে এটা গোপন কুৰুং! তাৰ পৰা কোনোবাই এপিয়লা ৰস কাঢ়ি নিলে, দুপিয়লা হৈ সি আকৌ উপচি উঠে।

ডাঃ অন্নদা চৰন দাস

## আলোচনা চক্ৰৰ সভাপতিৰ অভিভাষণ

### আলোচ্য বিষয়ঃ 'পশ্চিম অসমৰ ভাষা আৰু সাহিত্য

মাননীয় মুখ্যমন্ত্ৰী ডাঙৰীয়া, আলোচনা চক্ৰৰ শ্ৰদ্ধেয় আহ্বায়ক ডাঙৰীয়া, আৰু ভাষা আৰু সাহিত্যপ্ৰেমী শ্ৰদ্ধেয় সমবেত সুধীবৃন্দ।

মই ভাষাবিদ নহওঁ বা সাহিত্যিকো নহওঁ। কিন্তু মই অসমীয়া ভাষা ভাল পাওঁ আৰু অসমীয়া সাহিত্য ভাল পাওঁ। ধুবুৰী তথা গোৱালপাৰা জিলাৰ লগত মোৰ ঘনিষ্ঠ সম্বন্ধ আছিল আৰু এই জিলাৰ খিলঞ্জীয়া অধিবাসী সকলে মোক ভাল পাইছিল। বোধকৰোঁ সেই মৰমৰ চিন স্বৰূপেই আজি মোক এই শাখা সন্মিলনৰ সন্মানিত সভাপতিৰ আসন যাচিছে। মই তাক কৃতজ্ঞতাৰে আৰু সাদৰেৰে গ্ৰহণ নকৰি পৰা নাই।

অসম সাহিত্য সভাৰ সন্মিলনৰ লগত ভাষা আৰু সাহিত্যৰ আলোচনা চক্ৰ আহ্বান কৰাটো অতি সমিচীন কাম হৈছে। কিন্তু এই বিষয় বস্তুটো ইমান বহল যে তাৰ বিশদ আলোচনা এনেদৰে কৰাটো অসম্ভৱ। তথাপি আমি এই সম্পৰ্কে আজিৰ আলোচনাৰ যোগেদি অলপ আভাস পাম বুলি আশা কৰিছোঁ। আজি কেইবা গৰাকীও বিশিষ্ট ভাষাবিদ আৰু সাহিত্যিকে ইয়াত অংশ গ্ৰহণ কৰিব আৰু তেখেত সকলৰ পৰা আমি বহু তথ্য জানিব পাৰিম।

পশ্চিম অসমৰ ভাষা আৰু সাহিত্যৰ সম্পৰ্কে আলোচনা কৰিবৰ হলে আমি পশ্চিম অসমৰ বুৰঞ্জী আৰু ভূগোলৰো আভাস লব লাগিব। পুৰণি কামৰূপ ৰাজ্য হিচাপে এই অঞ্চলৰ ভাষাটো কামৰূপী বুলি কব পাৰি। বৰ্ত্তমানৰ অসম পুৰণি কামৰূপৰে



এটা অংশ আছিল; আৰু কামৰূপ ৰাজ্যৰ বিস্তাৰ মাজে সময়ে দক্ষিণে সাগৰ পৰ্য্যন্ত গৈ উৰিষ্যা পাইছিল। পশ্চিমে সাধাৰণতে কৰতোৱা নৈয়েই সীমা আছিল। সেই সময়ৰ ৰজাসকলে ৰাজ্য বিস্তাৰৰ চেষ্টা চলাই থকাত কামৰূপ ৰাজ্যৰো সীমা মাজে মাজে লৰচৰ হৈছিল। কিন্তু পশ্চিমে কৰতোৱা নদীতেই সাধাৰণতে আৱদ্ধ আছিল। বৰ্ত্তমানৰ ৰংপুৰ, দিনাজপুৰ, জলপাইগুৰি, কোচবেহাৰ আৰু মৈমনসিং আদি জিলাবোৰ প্ৰায়েই কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। স্বাভাৱিকতে এইবোৰ ঠাইৰ ভাষাৰ গোৱালপাৰা কামৰূপ আদি জিলাৰ ভাষাৰ লগত এটা মিল আছিল। ভাষাৰ এই সাদৃশ্যৰ কাৰণেই বঙ্গদেশৰ কোনো কোনো পণ্ডিতে অসমীয়া ভাষাটো বঙ্গভাষাৰে এটা অপভ্ৰংশ বুলি কবৰ প্ৰয়াস পাইছিল। কিন্তু সেই কথা যে সম্পূৰ্ণ ভুল তাক ভাষাবিদ ছাৰ গ্ৰীয়াৰচনকে আদি কৰি বহু পণ্ডিতে প্ৰমাণ কৰি গৈছে আৰু বঙ্গদেশৰো বহুত পণ্ডিতে তাক স্বীকাৰ কৰিছে।

ডঃ সত্যেন্দ্ৰ শৰ্ম্মাৰ মতে খৃষ্টীয় দশম একাদশ শতিকামানত অসমীয়া ভাষাই এটা গঢ় লবলৈ আৰম্ভ কৰে। তাৰ আগতে কামৰূপত লিখিত ভাষা আছিল সংস্কৃত। তাৰ প্ৰমাণ পোৱা যায় শিলালিপি আৰু শাসনাৱলী সমূহৰ ভাষাৰ পৰা। অৱশ্যে কথিত ভাষা আছিল সংস্কৃত আৰু প্ৰাকৃতৰ এটা মিহলি। প্ৰাকৃতৰ ৪টা অপভ্ৰংশৰ, অৰ্থাৎ মাগধী, শৌৰসেনী, মহাৰাষ্ট্ৰী আৰু পৈশাচীৰ ভিতৰত পূৰ্ব্বাঞ্চলত চলিছিল মাগধী। ডঃ সুনীতি চাটাৰ্জীৰ মতে মাগধীৰ পৰা আৰু ৪টা অপভ্ৰংশৰ উদ্ভৱ হৈছে; যেনে ৰাঢ়, বৰেন্দ্ৰ, বঙ্গ আৰু কামৰূপী। ৰাঢ়ৰ পৰা উৎপত্তি হৈছে পশ্চিম বঙ্গৰ ভাষা। সেইদৰে বৰেন্দ্ৰৰ পৰা উত্তৰ বঙ্গৰ আৰু বঙ্গৰ পৰা পূব বঙ্গৰ ভাষাৰ উৎপত্তি হৈছে। কামৰূপীৰ পৰাই অসমীয়া আৰু কোচবেহাৰ, জলপাইগুৰি, ৰংপুৰ, গোৱালপাৰা আৰু কামৰূপ জিলাৰ কথিত ভাষাৰ উৎপত্তি। ইফালে

কামৰূপ ৰাজ্যত অতীজৰ পৰা অষ্ট্ৰীক আৰু মঙ্গোলয়দ ভাষা চলি আছিল। এইবোৰ ভাষাৰ লগত কামৰূপী ভাষাৰ সংমিশ্ৰণ ঘটে। আৰু পশ্চিমৰ পৰা পূবলৈ আগৰ চলিত ভাষাৰ সংমিশ্ৰণ বেচি হোৱাত অসমৰ ভিতৰতে আমি কথিত ভাষাৰ বহুত তাৰতম্য দেখা পাওঁ। অৱশ্যে কথিত ভাষাৰ তাৰতম্য প্ৰত্যেক অঞ্চলতে কম বেচি পৰিমাণে আছে। আনকি ইখন গাওঁৰ পৰা সিখন গাওঁৰ ভিতৰতো কথিত ভাষাৰ কিছু পাৰ্থক্য দেখা যায়।

কামৰূপ জিলাৰ পশ্চিম অংশৰ ভাষাৰ লগত গোৱালপাৰা জিলাৰ পূৰ্ব অংশৰ ভাষাৰ খুব মিল দেখা যায়। বহলপুৰৰ চম্পাৱতী নদীৰ পশ্চিম পাৰ পালেই কথিত ভাষাৰ, বিশেষকৈ উচ্চাৰণৰ ভালেখিনি পাৰ্থক্য আহি পৰে। সেইদৰে গোৱালপাৰাৰ পশ্চিম অঞ্চলৰ ভাষাৰ লগত কোচবেহাৰ আৰু জলপাইগুৰিৰ পূৰ্ব্বাঞ্চলৰ কথিত ভাষাৰ যথেষ্ট সাদৃশ্য আছে। কিন্তু বঙালী ভাষাৰ পৰা যে ই সম্পূৰ্ণ বেলেগ তাক অলপ লক্ষ্য কৰিলেই দেখা যায়। হয়তো কিছুমান শব্দ একে পোৱা যাব; কাৰণ একে মাগধীৰ পৰাই ইয়াৰ উৎপত্তি। তেনেকৈ উৰিয়া, হিন্দি আৰু গুজৰাটী ভাষাৰ কিছুমান শব্দৰ মিল আছে। সেইবুলি অসমীয়া ভাষা উৰিয়া, হিন্দি বা গুজৰাটীৰ অপভ্ৰংশ বুলি কব খুজিলে ভুল হব। ভাষাবিদ চাৰ গ্ৰীয়াৰচণে বঙ্গদেশ আৰু অসমৰ কথিত ভাষা ভালকৈ মিলাই চাই প্ৰমাণ কৰি দেখুৱাইছে যে পশ্চিম অসমৰ ভাষা অসমীয়া হে; বঙালী নহয়। শব্দৰ গঠনৰ উৰবিও আমি নেতিবাচক ক্ৰিয়াৰ ফালে চালে দেখা পাওঁ যে নাখাওঁ নাযাও আদি শব্দৰ ন সদায় ক্ৰিয়াৰ আগত বহে। কিন্তু বঙালীত ন সদায় ক্ৰিয়াৰ পাচত যোগ হয়। যেনে খাব না, যাব না, ইত্যাদি। পশ্চিম অসমত নাখাং বা নাযাং বুলি কব। কিন্তু খাং না বা যাং না বুলি কেতিয়াও নকয়।



আনন্দৰাম ঢেকীয়াল ফুকনে তেওঁৰ "A few remarks on the Assamese language" নামৰ পুস্তিকাখনিত এই বিষয়ে বহুৱিলাক শব্দৰ অসমীয়া গঢ় আৰু ধ্বনিৰ ৰূপ দেখুৱাই অসমীয়া ভাষা যে বঙালীৰ পৰা পৃথক তাক দেখুৱাই দিছে। চীনা পৰিব্ৰাজক হিউয়েনচাঙেও কৈ গৈছে যে 'কামৰূপী' ভাষা মধ্য ভাৰতৰ প্ৰচলিত ভাষাতকৈ বেলেগ।

খৃঃ ১৪শ শতিকাৰ আগ ভাগতে প্ৰথম লিখিত অসমীয়া সাহিত্যৰ নিদৰ্শন পোৱা যায়। তাৰ আগতে অৱশ্যে মৌখিক সাহিত্য আছিল। বৌদ্ধ দোহা, মন্ত্ৰ সাহিত্য, ডাকৰ বচন, লোকগীত আদিয়েই তাৰ প্ৰমাণ। সেইবোৰ যদি কিবা লিখিত আকাৰত আছিলো, তাৰ উদ্ধাৰ হোৱা নাই। বিশেষকৈ মন্ত্ৰবোৰ খুব গোপনে ৰখা হৈছিল আৰু সৰ্ব্ব সধাৰণক জানিব দিয়া নহৈছিল। সেই কাৰণে হয়তো বহুবোৰ মন্ত্ৰ তেনেকৈয়ে লুপ্ত হ'ল।

নেপালৰ পৰা হৰপ্ৰসাদ শাস্ত্ৰীয়ে বহু দোহা উদ্ধাৰ কৰে। এই দোহাবোৰৰ ৰচকৰ ভালেকেইজনো কামৰূপৰ বুলি ভাবিবৰ থল আছে।

ডাকৰ বচনবোৰ ষোড়শ শতিকামানত লিপিবদ্ধ হৈছে। কিন্তু সেই লিখিত ভাষালৈ চাই বচনবোৰৰ যুগ নিৰ্ণয় কৰা শুদ্ধ নহব। কাৰণ তাৰ বহু পূৰ্ব্বৰ পৰাই বচনবোৰ মুখে মুখে চলি আহিছিল আৰু লগে লগে ভাষাৰো নিশ্চয় পৰিবৰ্ত্তন হৈ আহিছিল। গতিকে যি সময়ত লিপিবদ্ধ কৰা হৈছিল সেই সময়ত যিটো ভাষা মুখে মুখে চলি আহিছিল তাকেহে আমি পাইছোঁ। তাৰ বহু আগতে ডাকৰ জন্ম হৈছিল আৰু ডাকৰ বচন চলি আছিল।

আহোম ৰজা সকল যেনেকৈ সাহিত্যৰ পৃষ্ঠপোষক আছিল, প্ৰাক আহোম যুগতো তেনেকৈ কামৰূপ আৰু পিচত কমতাপুৰৰ ৰজাসকল সাহিত্য আদি সুকোমল কৰাৰ পৃষ্ঠপোষক আছিল।

আহোম সকল অহাৰ পাচত কামৰূপ ৰাজ্যৰ বহু পৰিবৰ্ত্তন ঘটে আৰু পাছলৈ ই কমতাপুৰ নামেৰে পশ্চিমে কৰতোৱা আৰু পূবে বৰ নদীৰ মাজতে আৱদ্ধ থাকে। কমতাপুৰৰ ৰজা দুৰ্লভ নাৰায়ন আৰু তেওঁৰ পুত্ৰ ইন্দ্ৰ নাৰায়ণৰ দিনত হেম সৰস্বতী হৰিহৰ বিপ্ৰ, ৰুদ্ৰ কন্দলি, কবিৰত্ন সৰস্বতী আদিয়ে ৰাজ পৃষ্ঠ-পোষকতা লাভ কৰি প্ৰহ্লাদ চৰিত, লৱকুশৰ যুদ্ধ; জয়দ্ৰথ বধ আদি কেইবাখনো পুথি ৰচনা কৰে। কবিৰত্ন সৰস্বতীয়ে ইন্দ্ৰনাৰায়ণৰ পৃষ্ঠপোষকতাত জয়দ্ৰথ বধ আখ্যানটো কাব্য আকাৰে বৰ্ণনা কৰিছিল। পশ্চিমে কমতাপুৰ আৰু পূবে বৰাহ ৰজাৰ ৰাজধানী চতুৰ্দ্দশ শতিকাত অসমীয়া সাহিত্য চৰ্চাৰ কেন্দ্ৰস্বৰূপ আছিল। প্ৰাকশঙ্কৰী যুগৰ শ্ৰেষ্ঠ কবি মাধৱ কন্দলি বৰাহ ৰজা মহামাণিক্যৰ ৰাজকবি আছিল।

ইয়াৰ পাছত শঙ্কৰী যুগত শঙ্কৰদেৱ মাধৱদেৱকে ধৰি বৈষ্ণৱ কবি সকলে ৰাজ পৃষ্ঠপোষকতা পাইছিল। বৈষ্ণৱ সাহিত্যৰ বাহিৰেও বহুতো পৌৰাণিক সাহিত্য সেই সময়ত ৰচনা হৈছিল। পীতাম্বৰ কবিয়ে উষা পৰিণয়, মাৰ্কণ্ডেয় চণ্ডী আৰু নল দময়ন্তী ৰচনা কৰিছিল। দুৰ্গাবৰ আৰু সুকবি নাৰায়ণদেৱে পদ্মপুৰাণ ৰচনা কৰিছিল। শঙ্কৰদেৱ আৰু মাধৱদেৱৰ পুথিসমূহৰ কথা বা তেওঁলোকৰ অসমীয়া সাহিত্যলৈ অনুদান সকলোৰে জনাজাত আৰু সেইবোৰ দোহাৰি মই সময় নিব নোখোজোঁ। তেওঁলোকৰ সম-সাময়িক সাহিত্যিক সকলৰ ভিতৰত ভট্টদেৱ; অনন্ত কন্দলি, শ্ৰীধৰ কন্দলি আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ভট্টদেৱৰ ৰচিত কথাগীতা আৰু কথা ভাগৱত অসমীয়া সাহিত্যৰ অমূল্য সম্পদ। শঙ্কৰদেৱ মাধৱদেৱকে আদি কৰি এই সকল ধৰ্ম্মগুৰু আৰু সাহি-ত্যিকে মহাৰাজ নৰনাৰায়ণৰ পৰা সকলোৰকম উৎসাহ আৰু উদগনি পাইছিল। কোচ বেহাৰত শঙ্কৰদেৱৰ স্থাপিত মধুপুৰ সত্ৰ পুনৰু-দ্ধাৰ হৈছে। দামোদৰদেৱৰ স্থাপিত বৈকুণ্ঠপুৰ সত্ৰ অতি জীৰ্ণ-



শীৰ্ণ অৱস্থাত এতিয়াও আছে। ধুবুৰীৰ সীমান্তত সত্ৰশালৰ নাম ঘৰত নাম কীৰ্ত্তন প্ৰসঙ্গ আদি এতিয়াও চলি আছে। এই প্ৰস-ঙ্গত উল্লেখ কৰিব পাৰো যে সত্ৰশালত ভকতসকলে ভোৰতাল লৈ নাম প্ৰসঙ্গ কৰা দস্তুৰ চলি আছিল। কিন্তু কালক্ৰমত বঙালীসকলে এনেকৈ নাম ধৰাৰ বিদ্ৰূপ কৰিবলৈ ধৰাত তেওঁলোকে লাজ আৰু সঙ্কোচৰ কাৰণে প্ৰকাশ্য ভাবে নাম প্ৰসঙ্গ কৰিবলৈ বন্ধ কৰিছিল। ১৯৪৮ৰ পৰা ১৯৫২ চনলৈ আমি ইয়াত উপাযুক্ত হৈ কাম কৰা সময়ত স্বৰ্গীয় প্ৰমথ চক্ৰবৰ্ত্তীকে আদি কৰি স্থানীয় সাহিত্যপ্ৰেমী নেতৃবৰ্গৰ সহযোগিতাত আৰু সেই সময়ত ধুবুৰীত কাম কৰা চৰ্কাৰী বিষয়াসকলৰ সহায়ত ভকতসকলক উৎসাহ দি অসমীয়া নাম কীৰ্ত্তন আকৌ প্ৰকাশ্যভাবে কৰোৱা সম্ভৱ হয়। গৌৰীপুৰৰ ৰাজবাৰীতো মহিলাসকলে কীৰ্ত্তন আৰু নামঘোষাৰ পদ গাই নাম-কীৰ্ত্তন কৰাৰ দস্তুৰ আছে। আমালোকৰ উৎসাহ আৰু উদগণি পাই এই মহিলাসকলেও ধুবুৰী চহৰত ৺মহাপুৰুষৰ তিথিত যোগদান কৰি নাম কীৰ্ত্তন কৰিছিল।

মহাৰাজ নৰনাৰায়ণৰ পাছতো কোচ ৰজাসকলৰ পৃষ্ঠপোষ-কতাত বহু কবি আৰু সাহিত্যিকে অসংখ্য পুথি ৰচনা কৰিছিল। সিসকলে আহোম ৰজা ৰুদ্ৰসিংহ, শিৱসিংহকে আদি কৰি ৰজাসকলৰ পৃষ্ঠপোষকতাত বুৰঞ্জী, চৰিত পুথি আদি ৰসাত্মক কাব্যৰ সৃষ্টি কৰিছিল। দৰঙ্গ ৰজাৰ পৃষ্ঠপোষকতাতো সাগৰখৰি দৈৱজ্ঞকে আদি কৰি কেইবা গৰাকী সাহিত্যিকে আমাক বহু সম্পদ দি গৈছে। এইদৰে প্ৰাক শঙ্কৰী, শঙ্কৰী আৰু উত্তৰ শঙ্কৰী যুগত অসমীয়া ভাষাই গঢ় লৈ ঠন ধৰি উঠে; আৰু পশ্চিমাঞ্চল; পূৰ্ব্বাঞ্চল আৰু দক্ষিণাঞ্চলৰ সাহিত্যিকসকলে ৰজা-সকলৰ পৰা উৎসাহ উদগনি পাই কামৰূপী তথা অসমীয়া সাহিত্যক চহকী কৰে।

আজিৰ আলোচনা চক্ৰত কেইবা গৰাকী বিশিষ্ট ভাষাবিদ আৰু সাহিত্যিকে অংশ গ্ৰহণ কৰিব। সেই কাৰণে মই পশ্চিম অসমৰ ভাষা আৰু সাহিত্য সম্পৰ্কে এই চমু আভাস দিয়েই আজিৰ আলোচনাৰ পাতনি মেলি নিৰ্দ্দিষ্ট বক্তা সকলক আলোচনাত অংশ গ্ৰহণ কৰিবলৈ আহ্বান জনালোঁ।

জয় ভাষাজননীৰ জয়।

শ্ৰীখনীন্দ্ৰ চন্দ্ৰ বৰুৱা।
৯।৪।৭২

## প্ৰধান সম্পাদকৰ প্ৰতিবেদন

সভাপতি ডাঙৰীয়া আৰু প্ৰতিনিধি সকল,

মহাবাহু ব্ৰহ্মপুত্ৰ বিধৌত প্ৰসিদ্ধ ধুবুৰী নগৰত সভাৰ সম্মিলন তৃতীয় বাৰৰ বাবে বহিছে। সাহিত্যৰথী বেজবৰুৱাৰ ভাষাৰে ক'ব পাৰি যে আমাৰ একমাত্ৰ সেৱাৰ বস্তু মাতৃৰ পাদপদ্ম-যুগলৰ এটি—ধুবুৰীত আমি ঈশ্বৰ ভক্ত, কৃষ্ণভক্ত, মাতৃভক্ত সকলে আমাৰ এক মাথোন ধন মাতৃৰ চৰণ কমল সেৱা কৰিবলৈ বহি নিজৰ জীৱন ধন্য কৰিছোহঁক। এনে এটি তাৎপৰ্য্যপূৰ্ণ উপ-লক্ষত আপোনালোকক অভিবাদন জনাবলৈ পাই নিজকে ধন্য মানিছোঁ।

এই মুহূৰ্ত্তত আমাৰ মাজৰ পৰা আঁতৰি যোৱা অসম সাহিত্য সভাৰ প্ৰাক্তন সহকাৰী সম্পাদক হৰিনাথ পাঠক চৌধুৰী, যশস্বী শিল্পী অভিনেতা চন্দ্ৰ ফুকন, নাট্যকাৰ অভিনেতা লক্ষ্মীকান্ত দত্ত, সমাজকৰ্ম্মী আৰু সাংবাদিক চন্দ্ৰপ্ৰভা শইকীয়ানী আদিৰ বিয়োগ আমাৰ মনত জাগি উঠিছে। এখেতসকলৰ আত্মাই শান্তি লাভ কৰক এয়ে আমাৰ কামনা।

এই সময়ত বৰ-অসমৰ সঙ্কুচিত হোৱা মানচিত্ৰৰ কথা মনত পৰিলে বেজাৰ লাগে। অসমৰ অঙ্গচ্ছেদ হৈ মেঘালয় ৰাজ্য হ'ল, অৰুণাচল আৰু মিজোপাহাৰ কেন্দ্ৰীয় শাসিত ৰাজ্যৰ সৃষ্টি হ'ল। ভৌগোলিক তথা ৰাজনৈতিক বিভাজনৰ ফলত স্বকীয়া ৰাজ্য বা অঞ্চলৰ সৃষ্টি হলেও এই নতুন ৰাজ্য কেইখনৰ লগত আমাৰ সম্প্ৰীতি আৰু সৌহাৰ্দ্দ্যৰ ভাৱ যাতে অটুত থাকে তাকে আমি কামনা কৰিলোঁ।

কেইমাহমানৰ আগতে পূব পাকিস্থানত সংঘটিত হোৱা বৰ্ব্বৰ অত্যাচাৰ, উৎপীড়ন আৰু হত্যাকাণ্ডৰ পৰিণতি স্বৰূপে যি নৱ-জাত ৰাষ্ট্ৰ বাংলাদেশৰ উদ্ভৱ হ'ল সেই ৰাষ্ট্ৰৰ প্ৰতিও আমি ওলগ জনালোঁ।

অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব আমাৰ ওপৰত ন্যস্ত হোৱা প্ৰায় এবছৰ হ'ল। এই এবছৰে সভাই কি কৰিব পাৰিলে বা নোৱাৰিলে তাৰে এটি চমু বিৱৰণ দিবৰ প্ৰয়াস কৰিলোঁ।

যোৱা বছৰটোত আৰ্থিক সংকটৰ কাৰণে অসমীয়া ভাষা-সাহিত্যৰ উন্নয়ন বা সম্প্ৰসাৰণৰ ক্ষেত্ৰত সভাই উল্লেখযোগ্য বৰঙনি যোগাব পৰা নাই। এই আপেক্ষিক নিক্ৰিয়তাৰ বাবে জয়জয়তেই আপোনালোকৰ ক্ষমা ভিক্ষা কৰিছোঁ।

## অষ্টাত্ৰিংশ সন্মিলনৰ প্ৰস্তাৱ

(১) মাকুম সন্মিলনে অসম শাসকীয় ভাষা অধিনিয়ম ১৯৬০ আৰু অসম শাসকীয় ভাষা (সংশোধন) অধিনিয়ম ১৯৬১ত গৃহীত হোৱাৰ দহ বছৰৰ পিচতো চৰকাৰে শাসকীয় ভাষা স্বৰূপে অসমীয়া ভাষা সচিবালয়ৰ পৰা মহকুমা পৰ্য্যায়লৈকে পূৰ্ণাঙ্গভাৱে প্ৰয়োগ নকৰাত গভীৰ উদ্বেগ প্ৰকাশ কৰি এই সংক্ৰান্তত খৰতকীয়া আৰু সক্ৰিয় ব্যৱস্থা লবলৈ চৰকাৰক অনুৰোধ জনায়; আৰু জনসাধাৰণক ৰাজভাষা প্ৰয়োগৰ ক্ষেত্ৰত অধিক গুৰুত্ব দিবৰ কাৰণে অনুৰোধ কৰে। উক্ত অধিনিয়ম কাৰ্য্যকৰী কৰা প্ৰসঙ্গত অসম চৰকাৰক ক্ষিপ্ৰ ব্যৱস্থা অৱলম্বন কৰিবৰ বাবে টানি অনুৰোধ কৰা হয়। অসম চৰকাৰৰ ভাষা প্ৰয়োগ শাখাৰ উপ সচিবে পত্ৰেৰে জনায়, "......চৰকাৰী কাৰ্য্যালয়ত অসমীয়া প্ৰচলনত কেনেকৈ অগ্ৰগতি লাভ কৰিব পাৰি সেই বিষয়ে তৎপৰতাৰে আৱশ্যকীয় ব্যৱস্থা লোৱা হৈছে।



ব্ৰহ্মপুত্ৰ উপত্যকাত ইংৰাজী বঙলা ফৰ্ম্ম বা প্ৰপত্ৰ প্ৰচলনৰ প্ৰতিবাদ কৰোঁতে মুখ্যমন্ত্ৰীলৈ দিয়া চিঠিৰ উত্তৰত তেতিয়াৰ মুখ্যমন্ত্ৰী শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰীয়ে আমাক পত্ৰযোগে (৩১।৮।৭১) জনায়, "ভৱিষ্যতে যাতে তেনে কাৰ্য্যৰ পুনৰাবৃত্তি নহয়, তাৰবাবে উপযুক্ত নিৰ্দ্দেশ মুদ্ৰণ আৰু লেখন সামগ্ৰী বিভাগক দিয়া হৈছে।"

(২) অসমৰ আঞ্চলিক ভাষাক গৱেষণাৰ মাধ্যমৰূপে প্ৰয়োগ কৰাৰ বিহিত ব্যৱস্থা লবৰ কাৰণে ডিব্ৰুগড় আৰু গুৱাহাটী বিশ্ববিদ্যালয়ক অনুৰোধ কৰা হয়। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পঞ্জীয়কে বিষয়টো বিবেচনাধীন হৈ থকা বুলি জনায়। গুৱাহাটী বিশ্ববিদ্যালয়ে জনায় যে গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰণালী বদ্ধ ভাবে আঞ্চলিক ভাষাক উচ্চ শিক্ষাৰ মাধ্যম কৰাৰ ব্যৱস্থা কৰিছে; আৰু উচ্চ গৱেষণাৰ বাহন স্বৰূপে আঞ্চলিক ভাষা প্ৰয়োগ কৰাটো উপযুক্ত সময়ত বিবেচনা কৰা হ'ব।

(৩) ১৯৭১-৭২ চনৰ বিত্তীয় বছৰৰ পৰা অসম সাহিত্য সভাৰ চৰকাৰী অনুদান একলাখ টকালৈ বৰ্দ্ধিত কৰিব লাগে বুলি সন্মিলনত গৃহীত প্ৰস্তাৱটি চৰকাৰলৈ প্ৰেৰণ কৰা হয়, আৰু এই সন্দৰ্ভত সাহিত্য সভাৰ সভাপতিদলে মুখ্যমন্ত্ৰীক তিনিবাৰ লগ ধৰে। অসম সাহিত্য সভাৰ প্ৰস্তাৱৰ সন্মান ৰক্ষা কৰি যোৱা বিত্তীয় বছৰত চৰকাৰে দহহেজাৰ টকাৰ এককালীন বৰ্দ্ধিত অনুদান দিয়ে। চলিত বিত্তীয় বছৰৰ পৰা বাৰ্ষিক অনুদান পঁচিশ হেজাৰ টকালৈ বৰ্দ্ধিত হব বুলি আশ্বাস পোৱা হৈছে।

(৪) পদ্মনাথ গোহাঞিবৰুৱাৰ জন্ম বাৰ্ষিকীৰ সোঁৱৰণত ২৬ নৱেম্বৰত (১৯৭১ চন) এটা সোঁৱৰণি ডাকটিকট উলিয়াবৰ কাৰণে কেন্দ্ৰীয় যোগাযোগ মন্ত্ৰী তথা ভাৰত চৰকাৰক অনুৰোধ কৰা হয়। এই সন্দৰ্ভত কেন্দ্ৰীয় চৰকাৰৰ লগত যোগাযোগ কৰিবৰ কাৰণে অসমৰ লোকসভা আৰু ৰাজ্য সভাৰ সদস্যসকল, কেন্দ্ৰীয়

মন্ত্ৰীদ্বয় শ্ৰীফকৰুদ্দিন আলি আহমদ আৰু শ্ৰীমইনুল হকচৌধুৰীক তথা অসমৰ তদানীন্তন মুখ্যমন্ত্ৰী শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীক অনুৰোধ কৰা হয়। কেন্দ্ৰীয় মন্ত্ৰীদ্বয়ে ভাৰতৰ যোগাযোগ মন্ত্ৰীলৈ পত্ৰ দিয়ে; অসম আৰু মেঘালয়ৰ এম পি সকলে কেন্দ্ৰীয় যোগাযোগ মন্ত্ৰীক লগধৰি এই বিষয়ে যুটীয়া চহীৰে এখন আবেদনপত্ৰ দিয়ে আৰু প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰীচৌধুৰীয়েও বিষয়টো পুনৰ বিবেচনা কৰিবৰ কাৰণে কেন্দ্ৰীয় যোগাযোগ মন্ত্ৰীক অনুৰোধ কৰে। লোকসভাৰ সদস্য শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰীয়ে ২৯।৮।৭১ তাৰিখে উক্ত প্ৰসঙ্গ লোকসভাত উত্থাপন কৰে। কেন্দ্ৰীয় যোগাযোগ মন্ত্ৰীৰ আশ্বাস অনুযায়ী গোহাঞিবৰুৱা সোঁৱৰণি ডাকটিকট উলিওৱা প্ৰসঙ্গটো ডাকটিকটৰ পৰামৰ্শ সমিতিত (ফাইলেটেলিক এডভাইচৰি কমিটি) উত্থাপিত হ'ল যদিও পুনৰ সমিতিয়ে ডাকটিকট প্ৰকাশ কৰিবলৈ অপৰাগ হ'ল। ফাইলেটেলিক অফিচাৰে আমাক ১৬।১১।৭১ তাৰিখৰ পত্ৰেৰে জনালে "অধ্যাদেশ অনুযায়ী শৰণাৰ্থী সাহায্য ডাকটিকত মূদ্ৰণত ইণ্ডিয়া চিকিউৰিটি প্ৰেছ ব্যস্ত থাকিব লগা হোৱাৰ কাৰণে এই বছৰ সোঁৱৰণি ডাকটিকত উলিয়াব পৰা নহব।" এই চিঠিৰ প্ৰতিবাদ জনাই ১৮।১১।৭১ তাৰিখে পুনৰ কেন্দ্ৰীয় যোগাযোগ মন্ত্ৰীলৈ চিঠি দিয়া হয়। কেন্দ্ৰীয় মন্ত্ৰীয়ে ১৭।১২।৭১ তাৰিখৰ পত্ৰেৰে আমাক জনায় যে সোঁৱৰণি ডাকটিকত উলিওৱা প্ৰসঙ্গটো পুনৰ ফাইলেটেলিক এডভাইচৰি কমিটিৰ দ্বাৰা আলোচনা কৰোৱা হ'ব। কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ ৯।১।৭২ তাৰিখৰ জৰুৰী অধিবেশনে ১৯৭২ চনৰ ২১ এপ্ৰিলত গোহাঞি বৰুৱাৰ জন্ম-দিনত সোঁৱৰণ ডাকটিকত প্ৰকাশ কৰিবলৈ কেন্দ্ৰীয় চৰকাৰক অনুৰোধ কৰে। কেন্দ্ৰীয় যোগাযোগ মন্ত্ৰীলৈ দিয়া চিঠিৰ উত্তৰ স্বৰূপে ফাইলেটেলিক অফিচাৰে ১৩।৩।৭২ তাৰিখৰ চিঠিৰে আমাক জনায় যে বিষয়টো এতিয়াও বিবেচনাধীন হৈ আছে। আমি আশা ৰাখিছোঁ যে গোহাঞি বৰুৱাৰ জন্ম শতবাৰ্ষিকী দিবসত



বিশেষ ডাকটিকত প্ৰকাশ নহলেও ১৯৭২ চনৰ ভিতৰত এটা টিকত নিশ্চয় প্ৰকাশ হ'ব।

(৪) উদ্যোগত থলুৱা লোকৰ নিয়োগ সন্দৰ্ভত সন্মিলনে অসম চৰকাৰক অসম উদ্যোগ বিনিয়োগ আইনখন (১৯৪৭) সংশোধন কৰোতে স্থানীয় লোকক প্ৰথম সুবিধা, বাজ্যিক খিলঞ্জীয়া লোকক ২য় সুবিধা, অসমীয়া ভাষাৰ জ্ঞানথকা আগৰ কৰ্ম্মচাৰীক তৃতীয় সুবিধা আৰু আত্মীয় সকলক চতুৰ্থ সুবিধা দিয়াৰ ব্যৱস্থা কৰিবৰ কাৰণে কৰা দাবী যথাস্থানলৈ প্ৰেৰণ কৰা হয়। এই বিষয়ে সজাতিদলে উদ্যোগ মন্ত্ৰীক লগ ধৰে। তেতিয়াৰ উদ্যোগমন্ত্ৰী শ্ৰীবিশ্বদেৱ শৰ্ম্মাই (৩১।৭।৭১ তাৰিখৰ চিঠি) আমাক জনায় যে বিষয়টো পৰীক্ষা কৰা হৈছে।

## কাৰ্য্য নিৰ্ব্বাহক সমিতিৰ অধিবেশন।

আমাৰ কাৰ্য্য কালৰ ভিতৰত অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ পাঁচখন অধিবেশন বহে। প্ৰথমখন অধিবেশন ৩০।৫।৭১ তাৰিখে গুৱাহাতীত, দ্বিতীয়খন ৭।৮।৭১ তাৰিখে নগাৱঁত, তৃতীয়খন ২৩।১০।৭১ তাৰিখে যোৰহাটত, চতুৰ্থখন (জৰুৰী অধিবেশন) ৯।১।৭২ তাৰিখে গোলাঘাটত আৰু পঞ্চমখন ৬।৪।৭২ তাৰিখে ধুবুৰীত।

কাৰ্য্য নিৰ্ব্বাহক সমিতিৰ প্ৰথম অধিবেশনত মাকুম সন্মিলনত বিষয় বাছনি সভাৰ দ্বাৰা অধিকাৰ প্ৰাপ্ত চাৰিজনীয়া সদস্যৰ তালিকাত থকা ৪ জন লোকৰ ভিতৰৰ পৰা ডঃ মহেশ্বৰ নেওগ আৰু শ্ৰীসূৰ্য্যকান্ত ফুকনক কাৰ্য্য-নিৰ্ব্বাহকৰ সভ্য কৰা হয় আৰু আন দুজন নিৰ্ব্বাচন অবৈধ বুলি সভ্য হবলৈ অসন্মতি প্ৰকাশ কৰাত তেওঁলোকৰ ঠাইত শ্ৰীগিৰিধৰ শৰ্ম্মা আৰু শ্ৰীভগগিৰী ৰায় চৌধুৰীক কাৰ্য্য-নিৰ্ব্বাহকে সভ্য নিৰ্ব্বাচন কৰে।

এই অধিবেশনত অষ্টাত্ৰিংশ সন্মিলনৰ বিষয় বাছনি সভাই কাৰ্য্যনিৰ্ব্বাহকৰ কাৰণে থোৱা প্ৰস্তাৱসমূহ পৰ্য্যালোচনা কৰি কেইটা-মানৰ ওপৰত তলত দিয়া দৰে সিদ্ধান্ত লয়।

(১) অসমীয়া গ্ৰন্থপঞ্জী—১৯৫৬ চনৰ পৰা ১৯৭০ চনলৈকে প্ৰকাশিত অসমীয়া পুথিৰ এখন গ্ৰন্থসূচী যুগুত কৰিবৰ কাৰণে অধ্যাপক শ্ৰীলীলা গগৈ আৰু অধ্যাপক ডঃ কেশৱানন্দ দেৱ গোস্বামীক ভাৰ দিয়া হয়। দুয়ো অশেষ শ্ৰম কৰি পুথিখন যুগুত কৰিছে আৰু এইখন প্ৰকাশৰ কাৰণে পৰৱৰ্ত্তী কাৰ্য্য নিৰ্ব্বাহকে সিদ্ধান্ত লব।

(২) ন-শিকাৰুৰ বাবে সহজ পাঠ্য—নতুনকৈ অসমীয়া শিকা-লোকৰ ভাষাৰ জ্ঞান দৃঢ় কৰিবৰ কাৰণে এলানি সহজ পাঠ্য যুগুত কৰাৰ উদ্দেশ্যে তলত নাম দিয়া সভ্যৰে এখন উপ-সমিতি গঠন কৰে। এইসকল হ'ল—সভাপতি শ্ৰীতীৰ্থনাথ শৰ্ম্মা, শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা, ডঃ মহেশ্বৰ নেওগ, শ্ৰীনাৰায়ণ ঘাটোৱাৰ শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীক আৰু শ্ৰীভগগিৰী ৰায় চৌধুৰী।
এই সমিতি দুবাৰ বহি এখন আঁচনি যুগুত কৰে। পৰৱৰ্ত্তী কাৰ্য্য নিৰ্ব্বাহকে এই বিষয়ে কামত আগবাঢ়িব পাৰিব।

(৩) ৰাজ্যভাষাৰ কাৰ্য্যশিক্ষা—অসমীয়া ভাষাত চৰকাৰী কাম-কাজ চলোৱাত সুবিধাৰ বাবে অসম চৰকাৰী পৰিভাষা সমিতিৰ সভাপতি শ্ৰীলক্ষেশ্বৰ শৰ্ম্মাক 'ৰাজ্যভাষাৰ কাৰ্য্য শিক্ষা' শীৰ্ষক এখনি পুথি লিখিবৰ কাৰণে দায়িত্ব দিয়া হয়। শ্ৰীশৰ্ম্মাই এই কামত লাগি আছে।

বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম সম্পৰ্কত উচ্চতম ন্যায়ালয়ৰ ৰায়ৰ পৰিপ্ৰেক্ষিতত তলত দিয়া প্ৰস্তাৱটি গৃহীত হয়।

'অসমৰ উচ্চ শিক্ষাৰ মাধ্যম সম্পৰ্কে অসম সাহিত্য সভাৰ কাৰ্য্য নিৰ্ব্বাহক সমিতিয়ে বিস্তৃত ভাৱে আলোচনা কৰি দৃঢ়মত প্ৰকাশ কৰে যে প্ৰশাসনীয় ভাষাৰূপে অসমীয়া প্ৰযোজ্য হোৱা



সমস্ত অঞ্চলতে নতুন শিক্ষা ব্যৱস্থাত কলেজ আৰু বিশ্ববিদ্যালয়ত (সাম্প্ৰতিক চলিত ইংৰাজীৰ বাহিৰে) অসমীয়া মাত্ৰ মাধ্যমৰূপে গৃহীত হ'ব লাগে। শিক্ষাৰ ক্ষেত্ৰত অন্যান্য সুফলৰ বাহিৰেও আঞ্চলিক সংহতিৰ অৰ্থে আৰু আঞ্চলিক সংহতিৰ যোগেদি সৰ্ব্ব-ভাৰতীয় সংহতিৰ পোষকতাৰ অৰ্থে এই নীতি নিতান্ত প্ৰয়োজনীয় বুলি সমিতিয়ে সম্পূৰ্ণ বিশ্বাস কৰে।

এইখিনিতে উল্লেখ থাকে যে অসম চৰকাৰৰ দ্বাৰা আহুত শিক্ষা সন্মিলনত অনুৰূপ প্ৰস্তাৱ এটি গৃহীত হয় (২৫, ২৬ জুন, ১৯৭১)।

কাৰ্য্যনিৰ্ব্বাহকৰ দ্বিতীয় অধিবেশনত ভাৰত চৰকাৰৰ উত্তৰ পূৱ আঞ্চলিক পৰিষদৰ বিৰোধিতা কৰি এটি প্ৰস্তাৱ গৃহীত হয়। 'আখৰ জোটনি'ৰ বৰ্ত্তমান চলি থকা খেলি-মেলি দূৰ কৰি এটা সুস্থনীতি গ্ৰহণ কৰিবৰ উদ্দেশ্যে ছদিন জুৰি গুৱাহাটীত এটা আলোচনা চক্ৰ পতাৰ সিদ্ধান্ত কৰি ৩৭ জন লোকেৰে এখন সমিতি গঠন কৰা হয়। এই উদ্দেশ্যে গঠিত আঁচনি সমিতিয়ে আলোচনাৰ আঁচনি যুগুত কৰিছে; আৰু উক্ত সমিতিৰ প্ৰতি-বেদনৰ ভিত্তিত আখৰ জোটনি সমিতিৰ সভ্য সকল আৰু শাখা সভাৰ মতামতৰ বাবে প্ৰেৰণ কৰা হৈছে। আচম্বিতে হোৱা পাক-ভাৰত সংঘৰ্ষ আৰু ঊনচত্বাৰিংশ সন্মিলনৰ দিন ডিচেম্বৰৰ শেহত স্থিৰ কৰাৰ কাৰণে পূৰ্ব্বৰ পৰিকল্পনা অনুসৰি ডিচেম্বৰ মাহত আখৰ জোটনি সম্পৰ্কীয় আলোচনা চক্ৰ বহুৱাব পৰা নগল। এই আলোচনা চক্ৰ মে মাহৰ ভিতৰত আহ্বান কৰিবৰ কাৰণে কাৰ্য্যনিৰ্ব্বাহকৰ শেহৰ অধিবেশনত সিদ্ধান্ত লোৱা হৈছে।

কাৰ্য্যনিৰ্ব্বাহকৰ চতুৰ্থ (জৰুৰী) অধিবেশনত অসমৰ লোকগীত সমূহৰ এখন পূৰ্ণাঙ্গ সংকলন আৰু প্ৰকাশৰ প্ৰস্তাৱ গ্ৰহণ কৰা হয়; আৰু প্ৰাথমিক পৰ্য্যায়ত সংগ্ৰহ কাৰ্য্য চলাবৰ কাৰণে শাখা সভাক নিৰ্দ্দেশ দিয়া হয়। ইতিমধ্যে ব্যাসকুচি ভট্টদেৱ সাহিত্য সমাজ, মাজুলীৰ গড়মূৰ সাহিত্য সভা, দুলিয়াজান সাহিত্য সভা,

ফৰকাটিং সাহিত্য সভা, বকো সাহিত্য সভা, চতমা আঞ্চলিক শাখা সাহিত্য সভা, ডঁাহী সাহিত্য সভা, ধ্রুৱজ্যোতি সাহিত্য সভা, কনিহা কেন্দ্ৰ সাহিত্য সভা আদিয়ে সংগ্ৰহৰ ব্যৱস্থা লৈছে।

## বিবিধ

মাকুমৰ পৰা প্ৰত্যাবৰ্ত্তন কৰা সাহিত্য সভাৰ প্ৰতিনিধি সকলক ২৭৷৪৷৭১ তাৰিখে লামডিঙৰ দুৰ্ব্বৃত্ত আৰু সমাজবিৰোধী লোকে কৰা ঘৃনণীয় আৰু অসৎ আচৰণৰ প্ৰতি তেতিয়াৰ মুখ্যমন্ত্ৰী শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰীৰ দৃষ্টি আকৰ্ষণ কৰা হয় আৰু এই বিষয়ে প্ৰধান সম্পাদকেও বাতৰি কাকতৰ জৰীয়তে এটা বিবৃতি দিয়ে।

যোৰহাট পোষ্ট গ্ৰেজুৱেট ট্ৰেইনিংকলেজত অসমীয়া শিক্ষণৰ বাবে অসমীয়া এম-এৰ ব্যৱস্থা নকৰাকৈ এজন বঙালী ভাষাৰ এম-এৰ প্ৰাৰ্থীত্বৰ কাৰণে আবেদন বিচাৰি অসম লোক সেৱা আয়োগৰ নামত ওলোৱা আবেদনৰ প্ৰতি ১৮৷৫৷৭১ তাৰিখে তেতিয়াৰ মুখ্যমন্ত্ৰীৰ দৃষ্টি আকৰ্ষণ কৰা হয়। আমাৰ প্ৰতিবাদৰ কাৰণে উক্ত বিজ্ঞাপন অনুসৰি অধ্যাপক লোৱা নহল।

অসম চৰকাৰে ১৯৬৯ চনতে ঘোষণা কৰা সত্বেও সাহিত্যিক কেই গৰাকীয়ে সাহিত্যিক পেন্সন নোপোৱাত কাৰ্যনিৰ্ব্বাহকে অসন্তুষ্টি প্ৰকাশ কৰে, আৰু এই বিষয়ে বিহিত ব্যৱস্থা লবৰ কাৰণে চৰকাৰক অনুৰোধ কৰাৰ উপৰিও প্ৰধান সম্পাদকে মুখ্যমন্ত্ৰী শ্ৰীচৌধুৰীক তিনিবাৰ লগ ধৰে। শ্ৰীচৌধুৰীয়ে আশ্বাস দিয়া সত্বেও এতিয়ালৈকে সাহিত্যিক পেন্সনৰ ব্যৱস্থা নহল। এই বিষয়ে নতুন মুখ্যমন্ত্ৰী শ্ৰীসিংহলৈ চিঠি দিয়া হৈছে।

অসম চৰকাৰে যোৱা বছৰ ২৫, ২৬ জুনত আহ্বান কৰা অসম শিক্ষা সম্মিলনত প্ৰধান সম্পাদকে যোগ দিয়ে।

অসমৰ হাইস্কুলৰ পাঠ্যপুথি নিৰ্ব্বাচন প্ৰসঙ্গত যোৱা বছৰ বাতৰি কাকতত প্ৰকাশিত বেমেজালি সন্দৰ্ভত মুখ্যমন্ত্ৰীৰ দৃষ্টি আকৰ্ষণ কৰি বিহিত ব্যৱস্থা লবৰ কাৰণে অনুৰোধ কৰা হয়। এই বিষয়ে বৰ্ত্তমানৰ মুখ্যমন্ত্ৰী শ্ৰীশৰৎ চন্দ্ৰ সিংহলৈকো চিঠি দিয়া হৈছে।



কাছাৰ জিলাত ভাষা প্ৰচাৰ বিষয়ত কাৰ্য্যনিৰ্ব্বাহকে সক্ৰিয় ব্যৱস্থা লৈছে। হাইলাকান্দি সাহিত্য সভাৰ আবেদনক্ৰমে হাইলা-কান্দিৰ কাষৰে-পাজৰে স্থাপিত চাৰিখন অসমীয়া প্ৰাথমিক বিদ্যালয়ৰ কাৰণে চাৰে সাতশ টকাৰ মূল্যৰ পাঠ্যপুথি যোগান ধৰা হয়, আৰু উক্ত স্থানৰ নৈশ বিদ্যালয়ৰ কাৰণে এশটকাৰ এক কালীন অনুদান দিয়া হয়। লাৰছিংপাৰ পুথিভড়াললৈ কিছু পুথি পঠোৱা হৈছে। এই জিলাত স্থাপিত অসমীয়া বিদ্যালয়-সমূহৰ অনেক অভাৱ অভিযোগ আছে। ইচ্ছা থাকিলেও সাহিত্য সভাই শকত অনুদান আগবঢ়াব পৰা নাই। হাইলাকান্দিত নতুনকৈ স্থাপন কৰা প্ৰাথমিক পঢ়াশালি কেইখন বোৰ্ডৰ অধীনলৈ নিবৰ কাৰণেও চৰকাৰক অনুৰোধ কৰা হৈছে।

লামডিঙৰ অসমীয়া হাইস্কুলখন ৰেল প্ৰশাসনৰ অধীনলৈ নিয়া সম্পৰ্কে যোগাযোগ চলি আছে। সুখৰ কথা যে চলিত লোক-সভাত উক্ত সভাৰ সদস্য শ্ৰীতৰুণ গগৈয়ে ৰেল প্ৰশাসনৰ অধীনত এখনো অসমীয়া হাইস্কুল নোহোৱাৰ কথা বিতৰ্কত উত্থাপন কৰে।

## শতবাৰ্ষিকী উদ্‌যাপন

আমাৰ কাৰ্য্যকালৰ ভিতৰত সাহিত্যকাণ্ডাৰী পদ্মনাথ গোহাঞি-বৰুৱা আৰু পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ জন্ম শতবাৰ্ষিকী উদ্‌যাপিত হয়।

পদ্মনাথ গোহাঞিবৰুৱাৰ সোঁৱৰণি ডাকটিকত প্ৰকাশৰ কাৰণে কৰা প্ৰচেষ্টাৰ কথা ওপৰত উল্লেখ কৰা হৈছে। গোহাঞিবৰুৱাৰ শতবাৰ্ষিকী উপলক্ষে অনুদান বিচাৰি এখন আঁচনি অসম চৰকাৰলৈ পঠোৱা হৈছিল। তেতিয়াৰ মুখ্যমন্ত্ৰীয়ে গোহাঞিবৰুৱাৰ যাবতীয় গ্ৰন্থ প্ৰকাশন পৰিষদৰ জৰীয়তে সোনকালে উলিয়াই দিব বুলি

কোৱাত কাৰ্য্যনিৰ্ব্বাহকে গোহাঞিবৰুৱাৰ ধেমেলীয়া নাটক কেইখন প্ৰকাশ কৰাৰ আঁচনি পৰিহাৰ কৰিবলগীয়া হয়। চৰকাৰক সংশোধিত আঁচনি দিয়া হ'ল। পূৰ্ব্বৰ কাৰ্য্যনিৰ্ব্বাহকৰ সিদ্ধান্ত অনুসৰি ত্ৰিশ হেজাৰ টকাৰ মূল্যৰ গোহাঞিবৰুৱা কুপন বহী শাখা সভাসমূহলৈ পঠোৱা হয়। সময়মতে সংগ্ৰহৰ ধন সভাৰ কোষলৈ নহাৰ বাবে আৰু এতিয়াও টকা পাবলৈ বাকী থকাৰ বাবে আমি বৰ সাৱধানে শতবাৰ্ষিকী পালনত আগবাঢ়িব লগীয়া হয়।

ৰাজ্যিক চৰকাৰে গোহাঞিবৰুৱা শতবাৰ্ষিকী উপলক্ষে তিনি-হেজাৰ পাঁচশ টকাৰ এটি অনুদান দিয়ে আৰু এই টকা যোৱা মাহত পোৱা হৈছে।

গোহাঞিবৰুৱা শতবাৰ্ষিকী কুপনৰ ধন আৰু সভাৰ অনুষ্ঠুপীয়া পুঁজিৰে ডঃ হৰিচন্দ্ৰ ভট্টাচাৰ্য্য সম্পাদিত 'গোহাঞিবৰুৱা প্ৰতিভা' শীৰ্ষক আলোচনা গ্ৰন্থ আৰু শ্ৰীআব্দুছ ছাত্তাৰ সম্পাদিত অসম সাহিত্য সভা পত্ৰিকাৰ শতবাৰ্ষিকী সংখ্যা (অষ্টাদশ বছৰ তৃতীয় সংখ্যা) প্ৰকাশ কৰা হয়। নানা অসুবিধাৰ বাবে শ্ৰীহৰিপ্ৰসাদ নেওগ ৰচিত পদ্মনাথ গোহাঞিবৰুৱা জীৱনী প্ৰকাশ কৰিব পৰা নহল।

অসম সাহিত্য সভাৰ সকলো শাখা সভাই স্থানীয় ভাবে গোহাঞিবৰুৱাৰ জন্ম-শতবাৰ্ষিকী পালন কৰাৰ উপৰি অসম সাহিত্য সভাই কেন্দ্ৰীয়ভাবে ২৬ নবেম্বৰ তাৰিখে তেজপুৰত, ২৭ তাৰিখে উত্তৰ লক্ষীমপুৰত, ২৮ তাৰিখে কহিমাত আৰু ২৯ তাৰিখে শিৱসাগৰত উদযাপিত হয়। তেজপুৰ উত্তৰ লক্ষীম-পুৰ আৰু শিৱসাগৰত গোহাঞিবৰুৱাৰ আৱক্ষমূৰ্ত্তি প্ৰতিষ্ঠিত হয়। যোৰহাটৰ শ্ৰীমতী আৰতি হাজৰিকাই অসম সাহিত্য সভাৰ দ্বাৰা আয়োজিত গোহাঞিবৰুৱাৰ শিশু-জীৱনী প্ৰতিযোগিতাত তিনিশ টকাৰ মূল্যৰ বঁটা পায়। ডিব্ৰুগড় আৰু গুৱাহাটী বিশ্ববিদ্যালয়ে গোহাঞিবৰুৱা জন্ম-শতবাৰ্ষিকী পালন কৰে।



গোহাঞিবৰুৱাৰ সমনীয়া-সহপাঠী সাহিত্যিক পানীন্দ্ৰ গগৈৰ জন্ম-শতবাৰ্ষিকী ২৮ নবেম্বৰ তাৰিখে উত্তৰ লক্ষীমপুৰত উদযাপিত হয়।

হেমচন্দ্ৰ গোস্বামীৰ জন্ম শতবাৰ্ষিকী উপলক্ষে সভাই শ্ৰীবেণুধৰ শৰ্ম্মা সম্পাদিত পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী আৰু শ্ৰীশৰ্ম্মা প্ৰণীত পৰমাচাৰ্য্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী শীৰ্ষক গ্ৰন্থ প্ৰকাশ কৰে। হেমচন্দ্ৰ গোস্বামীৰ পুত্ৰত্ৰয় শ্ৰীশৰৎ চন্দ্ৰ গোস্বামী, শ্ৰীপ্ৰফুল্ল চন্দ্ৰ গোস্বামী আৰু শ্ৰীতৰুণচন্দ্ৰ গোস্বামীয়ে পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী প্ৰকাশৰ কাৰণে দহ হেজাৰ টকা সভাক দান দিছে। অসম চৰকাৰেও হেমচন্দ্ৰ গোস্বামী শতবাৰ্ষিকী বাবদ পোন্ধৰ হেজাৰ টকাৰ এটি অনুদান দিছে।

অসম সাহিত্য সভাৰ নিৰ্দ্দেশক্ৰমে সকলো শাখা সভাই ৮ জানুৱাৰীত হেমচন্দ্ৰ গোস্বামী জন্ম শতবাৰ্ষিকী পালন কৰাৰ উপৰিও অসম সাহিত্য সভাই কেন্দ্ৰীয়ভাৱে ৮ জানুৱাৰীত গোলা-ঘাটত আৰু ২৩ জানুৱাৰীত গুৱাহাটীত উক্ত শতবাৰ্ষিকী উদযাপন কৰে। হেমচন্দ্ৰ গোস্বামীৰ দ্বিতীয় পুত্ৰই গুৱাহাটীত হেমচন্দ্ৰ গোস্বামীৰ এটি আৱক্ষমূৰ্ত্তি দান দিবৰ কাৰণে প্ৰতিশ্ৰুতি দিছে। গোলাঘাটত পণ্ডিত গোস্বামীৰ আৱক্ষমূৰ্ত্তি এটা প্ৰতিষ্ঠিত হয়।

## ভাষাজ্ঞান পৰীক্ষা

অসম সাহিত্য সভাৰ ভাষাজ্ঞান পৰীক্ষা সংসদৰ দ্বাৰা পৰি-চালিত ১৯৭১ চনৰ ভাষাজ্ঞান পৰীক্ষা প্ৰাথমিক স্তৰত ২৭ জন আৰু মাধ্যমিক স্তৰত ৬ জন পৰীক্ষাৰ্থী উত্তীৰ্ণ হয়। সুখৰ কথা যে মাধ্যমিক স্তৰৰ পৰীক্ষাৰ্থীৰ ৬ জনৰ ভিতৰত ৪ জনেই হাইলাকান্দিৰ।

## ডিগবৈ সাহিত্য সেৱা সমিতিৰ বঁটা

ডিগবৈ সাহিত্য সেৱা সমিতিৰ পুঁজিৰ পৰা আয়োজিত নাটক প্ৰতিযোগিতাত ডিগবৈৰ শ্ৰীহিমেন্দ্ৰকুমাৰ বৰঠাকুৰৰ 'বাঘ' নাটকখনে শ্ৰেষ্ঠ স্থান লাভ কৰিছে।

## প্ৰেমধৰ দত্ত সোঁৱৰণি বঁটা

১৯৭০ চনৰ ভিতৰত লিখিত শ্ৰেষ্ঠ শিশু-সাহিত্য প্ৰতিযোগিতাত ডিগবৈৰ শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱা প্ৰণীত "মেও মহাৰাজ" নামৰ পুথিখন শ্ৰেষ্ঠ বিবেচিত হোৱাত শ্ৰীবৰুৱাক প্ৰেমধৰ দত্ত সোঁৱৰণি বঁটা দিয়া হয়।

## গোপাল চন্দ্ৰ গোস্বামী বঁটা

'আকাশ ৰহস্য' বিষয়ৰ ওপৰত শিশুৰ উপযোগী পাণ্ডুলিপি আহ্বান কৰা প্ৰতিযোগিতাত শ্ৰীদীনেশ চন্দ্ৰ গোস্বামীৰ পুথি শ্ৰেষ্ঠ বুলি বিবেচিত হোৱাত তেওঁক গোপাল চন্দ্ৰ গোস্বামী বঁটা দিয়া হ'ব।

## হৰিহৰ চৌধুৰী বঁটা

হৰিহৰ চৌধুৰী পুঁজিৰ ফালৰ পৰা অৰুণাচলৰ ছাত্ৰৰ বাবে আয়োজিত ৰচনা প্ৰতিযোগিতাত (উত্তৰ পূৱ সীমান্ত অঞ্চলৰ কৃষি আৰু শিল্প) কটন কলেজৰ প্ৰাক্ বিশ্ববিদ্যালয় (বিজ্ঞান শাখা) শ্ৰেণীৰ ছাত্ৰ শ্ৰীচৌকেদাৰ গেঁাহায়ে প্ৰথম স্থান লাভ কৰিছে আৰু তেওঁক হৰিহৰ চৌধুৰী বঁটা দিয়াৰ ব্যৱস্থা কৰা হৈছে।

## বনমালী শইকীয়া বঁটা

বনমালী শইকীয়া পুঁজিৰ ফালৰ পৰা চাহ শ্ৰমিক ছাত্ৰৰ বাবে আয়োজিত ৰচনা প্ৰতিযোগিতাত উক্ত ছাত্ৰৰ পৰা ৰচনা



নোপোৱাত কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে পুনৰ ৰচনা দাখিল কৰাৰ সময় ৩১ মাৰ্চ্চলৈকে বঢ়াই দিয়ে। ইতিমধ্যে দুখন ৰচনা আমাৰ হাতত পৰিছে।

## অসম সাহিত্য সভা পত্ৰিকা

অসম সাহিত্য সভাৰ মুখ-পত্ৰ অসম সাহিত্য সভা পত্ৰিকা ব্যৱসায়ৰ ফালৰ পৰা সভাৰ পক্ষে বিৰাট গৰাখহনীয়া। গ্ৰাহকৰ সংখ্যা বঢ়াব নোৱাৰিলে পত্ৰিকাৰ পৰা আয়তকৈ লোকচান হে বেচি হ'ব। নিয়মাৱলী অনুযায়ী প্ৰতি শাখা সভাই কমেও দহখনকৈ পত্ৰিকা বিক্ৰী কৰিলে পত্ৰিকা স্বাৱলম্বী হোৱাৰ সম্ভাৱনা হোৱাৰ সম্ভাৱনা।

আমাৰ কাৰ্য্যকালৰ ভিতৰত শ্ৰীআব্দুছ ছাত্তাৰ সম্পাদিত পত্ৰিকাৰ তিনিটা সংখ্যা (অষ্টবিংশ বছৰ ২য়—৩য় সংখ্যা আৰু উনত্ৰিংশ বছৰ ১ম সংখ্যা) প্ৰকাশ হয়। মুদ্ৰণ ব্যয় বেছি হোৱাৰ কাৰণে কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে উনত্ৰিংশ বছৰৰ পৰা পত্ৰিকাৰ বছেৰেকীয়া বৰঙণি পাঁচ টকালৈ বৃদ্ধি কৰিছে।

## প্ৰকাশন

আমাৰ কাৰ্য্যকালৰ ভিতৰত তলত উল্লেখ কৰা গ্ৰন্থসমূহ প্ৰকাশ হয়।

(১) গোহাঞিবৰুৱা প্ৰতিভা
(২) পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী
(৩) পৰমাচাৰ্য্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী
(৪) অসম সাহিত্য সভা বাৰ্ষিকী (অষ্টাত্ৰিংশ সন্মিলন)

প্ৰকাশ থাকে যে অসম সাহিত্য সভা বাৰ্ষিকী প্ৰকাশৰ বাবে মাকুমৰ অভ্যৰ্থনা সমিতিৰ পৰা তিনিহেজাৰ পাঁচশ টকা পোৱা হয়।

অসম সাহিত্য সভা পত্ৰিকা প্ৰকাশৰ কথা ওপৰত উল্লেখ কৰা হৈছে।

## ৰাধাকান্ত সন্দিকৈ ভৱন

ৰাধাকান্ত সন্দিকৈ ভৱনৰ আধাৰ শিলা ১৯৬০ চনৰ ডিচেম্বৰত স্থাপন কৰা হ'ল যদিও এই বিষয়ে ভৱন নিৰ্ম্মাণ সমিতিয়ে আগবাঢ়িব পৰা নাই। যোৱা ৫।৬।৭১ তাৰিখে ভৱন নিৰ্ম্মাণ সমিতিৰ অধিবেশন বহে। ৰাধাকান্ত সন্দিকৈ ভৱন পুঁজিৰ পৰা ১৯৬৯-৭০ চনত সভাৰ সাধাৰণ পুঁজিত খৰচৰ বাবে ধাৰলৈ নিয়া তিনিহেজাৰ টকা পুনৰ উক্ত পুঁজিত জমা দিয়া হৈছে।

## বিত্তীয় পৰিস্থিতি

অসম সাহিত্য সভাৰ আৰ্থিক অৱস্থা এতিয়াও সঙ্কটাপন্ন।

১৯৭১-৭২ চনত সভাৰ চলি অহা ধাৰৰ পৰিমাণ তলত দিয়া হ'ল—

| | | |
|---|---|---|
| বেজবৰুৱাৰ শতবাৰ্ষিকীৰ ধাৰ— | ৪৫৯০.০০ | |
| সাধাৰণ ধাৰ— | ৪৯৭.৩৫ | |
| চৰকাৰী (ৰাজ্যিক) অনুদানৰ বাবদ- | ১১৩৩০.০০ | |
| চৰকাৰী ( কেন্দ্ৰীয় ) ,, ,, | ১৪০০০.০০ | |
| | | ৩০৪১৭.৩৫ |
| বিষ্ণুৰাম মেধিৰ পুঁজি— | ৫০০০.০০ | |
| আজীৱন সভ্যৰ পুঁজি— | ২০২৫.০০ | |
| ভগৱতী প্ৰসাদ বৰুৱা ভৱন পুঁজি-- | ১০০০.০০ | |
| ৰাধাকান্ত সন্দিকৈ পুঁজি— | ৩০০০.০০ | |
| দক্ষিণপাট অধিকাৰ গোস্বামী পুঁজি-- | ১০১৩.০০ | |
| ( হিচাব পৰীক্ষকৰ মতে ) | ১২০৩৮.০০ = | |
| | সৰ্ব্বমুঠ | ৪২৪৪৫.৩৫ |



বৰ্ত্তমান কাৰ্য্য নিৰ্ব্বাহকৰ কাৰ্য্যকালৰ ভিতৰত তলত দিয়া ঋণ পৰিশোধ কৰা হ'ল—

| | | |
|---|---|---|
| (ক) বেজবৰুৱাৰ শতবাৰ্ষিকীৰ ধাৰ | ৩৪৪০.০০ | |
| সাধাৰণ ধাৰ | ৪৯৭.৩৫ | |
| | | ৩৯৩৭.৩৫ |
| (খ) বিষ্ণুৰাম মেধিৰ পুঁজি স্থায়ী জমা | ৫০০০.০০ | |
| আজীৱন সভ্যৰ পুঁজি ( ,, ) | ২০২৫.০০ | |
| ভগৱতী প্ৰসাদ বৰুৱা ভৱন সমিতি | ১০০০.০০ | |
| ৰাধাকান্ত সন্দিকৈ ভৱন সমিতি | ৩০০০.০০ | |
| দক্ষিণপাট অধিকাৰ গোস্বামী পুঁজি | ১০১৩.০০ | |
| | | ১২০৩৮.০০ |
| | | ১৫৯৭৫.৩৫ |

শ্ৰীবিষ্ণুৰাম মেধিয়ে শিশু সাহিত্য পুথিৰ বাবদ দিয়া পাঁচ হেজাৰ টকা সাধাৰণ হিচাপত খৰচ হৈ আছিল আৰু সেই টকা সম্প্ৰতি বিষ্ণুৰাম মেধি ন্যাস পুঁজি নামত যোৰহাট আসাম এপেক্স কো-অপাৰেটিভ বেংকত স্থায়ী জমা খোলা হৈছে। সভাই অন্ততঃ পাঁচ বছৰমান ব্যয়বহুল আঁচনি নলৈ অতি সাৱধানেৰে চলিলে আৰ্থিক সংকটৰ পৰা উদ্ধাৰ পাব বুলি আমাৰ বিশ্বাস।

কাৰ্য্য নিৰ্ব্বাহক সমিতিয়ে আৰ্থিক সংকট দূৰ কৰিবৰ কাৰণে পুঁজি সংগ্ৰহৰ আঁচনি কৰিছিল। এশ এটকীয়া কুপন বহীৰে অৰ্থ সংগ্ৰহৰ ব্যৱস্থা কৰা হ'ল। সেই বিষয়ে কৃতকাৰ্য্যতা হ'ব পৰা নহল। পাক ভাৰত সংঘৰ্ষ আৰু অধিবেশনৰ দিন পোনতে ডিচেম্বৰ মাহৰ শেহত ধাৰ্য্য কৰাৰ কাৰণে পুঁজি সংগ্ৰহৰ কামত অন্তৰায়ৰ সৃষ্টি হ'ল; আৰু পূৰ্ব্বৰ পৰিকল্পনা অনুসৰি কাম কৰিব পৰা নহল।

শাখা সভালৈ পঠোৱা পুঁজি সংগ্ৰহৰ গোহাৰিত তলত দিয়া দৰে টকা পোৱা হ'ল—

| | |
|---|---|
| (১) যোৰহাট সাহিত্য সভা— | ২৫৯.০০ |
| (২) মৰঙী সাহিত্য সভা— | ২৮.০০ |
| (৩) চুড়ী সাহিত্য সভা— | ৭৫.০০ |
| (৪) বৈঠালাংচ সাহিত্য সভা— | ৮৩.০০ |
| (৫) ডিমাপুৰ সাহিত্য সভা— | ২০.০০ |
| মুঠ | ৪৬৫.০০ |

পুথিবিক্ৰী অভিযানৰ দ্বাৰাও সভাৰ পুঁজি টনকিয়াল কৰাৰ চেষ্টা কৰা হৈছিল। দুজন কৰ্ম্মদক্ষ সম্পাদকে আমাক উক্ত অভিযানত সক্ৰিয় সহযোগৰ আশ্বাস দিছিল; তাৰে এজন শ্ৰীৰমেশ চন্দ্ৰ বৰাই বিশেষ অসুবিধাৰ কাৰণে কাম কৰিব নোৱাৰিলে। অধ্যাপক শ্ৰীহেম ভট্টাচাৰ্য্যই লক্ষীমপুৰ জিলাত পুথিবিক্ৰী অভিযান চলায়। শ্ৰীভট্টাচাৰ্য্যই এমাহত ৬০৮৪.৫০ পইচা মূল্যৰ সভাৰ প্ৰকাশন বিক্ৰী কৰে।

আমাৰ কাৰ্য্যকালৰ ভিতৰত গুৱাহাটীৰ শ্ৰীগুৰু প্ৰেছৰ গুদামত জমা হৈ থকা বিংশ শতাব্দীৰ অসমীয়া সাহিত্য ৭২৩ খন আৰু ৰঘুনাথ চৌধুৰী স্মৃতিগ্ৰন্থ ১০৬৪ খন উদ্ধাৰ কৰা হয়। ইয়াৰ মুঠ মূল্য ১০,০৪০.০০ টকা।

## সংগঠন

শাখা সভা সংগঠন ক্ষেত্ৰতো অধিক গুৰুত্ব দিয়া হয়। সভাপতি শ্ৰীতীৰ্থনাথ শৰ্ম্মাই অকলে গোৱালপাৰাৰ অভয়াপুৰী, মানিকপুৰ, বিজনী, কোকৰাঝাৰ, বঙ্গাইগাওঁ, ধূপধৰা, ৰংজুলি, দুধনৈ, দলগোমা, লক্ষীপুৰ আদি; সভাপতি আৰু প্ৰধান সম্পাদকে যুটীয়াভাৱে



মিকিৰ পাহাৰ জিলাৰ বৈঠালাংচ, নগাৱঁৰ কামপুৰ; গোৱালপাৰাৰ সাপটগ্ৰাম, ফকিৰাগ্ৰাম, বিলাসীপাৰা, গৌৰীপুৰ আৰু ধুবুৰী; শিৱসাগৰৰ চুড়ী, মৰিয়নী, তিতাবৰ, শিৱসাগৰ, ডিমৌ, আৰু সোনাৰী, ডিব্ৰুগড় জিলাৰ নামৰূপ, ডুলিয়াজান, তিনিচুকীয়া, মাকুম, ডুমডুমা, খোৱাং, কামৰূপৰ ডুমুনীচকী, দৰঙৰ চিপাঝাৰ আৰু মঙ্গলদৈ, সভাপতি আৰু সহকাৰী সম্পাদক শ্ৰীডিম্বেশ্বৰ শৰ্ম্মাই টীয়ক, জাজী, আৰু আমগুৰি; প্ৰধান সম্পাদকে লক্ষীমপুৰৰ উত্তৰ লক্ষীমপুৰ, নাওবৈছা, দৌলতপুৰ, বঙালমৰা, লালুক, বিহপূৰীয়া আৰু ঢলপুৰ; দৰঙৰ চতিয়া, তেজপুৰ আৰু ঢেকিয়াজুলি; সহকাৰী সম্পাদক শ্ৰীডিম্বেশ্বৰ শৰ্ম্মাই লামডিং আদি ঠাইলৈ গৈ শাখা সভাৰ লগত সংযোগ স্থাপন কৰে। কাৰ্য্যনিৰ্ব্বাহকৰ সদস্য শ্ৰীগিৰিধৰ শৰ্ম্মাই কামৰূপ জিলাৰ কেবা ঠাইতো শাখা সভা স্থাপন কৰে। কাৰ্য্যনিৰ্ব্বাহকৰ সদস্য শ্ৰীঅমল কুমাৰ দাসে গোৱালপাৰাৰ বিভিন্ন অঞ্চল ভ্ৰমণ কৰে। কাৰ্য্যনিৰ্ব্বাহকৰ সদস্য শ্ৰীৰাম গোস্বামীয়েও ডিব্ৰুগড় জিলাৰ ২/৩ ঠাইত শাখা স্থাপন কৰে। এই বছৰত ৬৮ খন নতুন শাখা স্থাপন হয়।

কেন্দ্ৰীয় কাৰ্য্যালয়ে শাখা সভাৰ লগত যিমানদূৰ সম্ভৱ সংযোগ স্থাপনৰ চেষ্টা কৰি আহিছে। বিশেষকৈ যোৱাবছৰ পদ্মনাথ গোহাঞিবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীৰ জন্ম শতবাৰ্ষিকী পালনত শাখা সভাসমূহ ব্যস্ত থাকিবলগীয়া হয়। শাখা সভাসমূহেও নিজ নিজ পৰিসৰৰ ভিতৰত দুয়োটা শতবাৰ্ষিকী উদ্‌যাপন কৰিছে। সকলো শাখা সভাই নিয়মীয়া কাম কাজ কৰাৰ উপৰিও তাৰ ভিতৰত যি কেইখন শাখা সভাই উল্লেখযোগ্য কাম কৰিছে তাক উল্লেখ কৰা হ'ল—

নগাৰাজ্যৰ কহিমা সাহিত্য সভাই বিশেষ ধুমধামেৰে গোহাঞিবৰুৱা শতবাৰ্ষিকী পালন কৰে আৰু কবি সন্মিলন পাতে। সভাই গোহাঞিবৰুৱা কুপন বেচি ৮২ টকা দিয়ে। ডিমাপুৰ

সভাই গোহাঞিবৰুৱা জন্ম-শতবাৰ্ষিকী পালন কৰে আৰু সভালৈ কুৰি টকা দান আগবঢ়ায়।

মিকিৰ পাহাৰ জিলাৰ ডিফু সাহিত্য সভাই 'কাৰবি প্ৰসঙ্গ' নামৰ এটি প্ৰবন্ধ সংকলন আৰু এখন আলোচনী প্ৰকাশ কৰিছে। উক্ত সভাই দুজন আজীৱন সভ্য ভৰ্ত্তি কৰে। গোহাঞিবৰুৱা শতবাৰ্ষিকী কুপন বিক্ৰী কৰি সভাক ১৪৮.২০ পইছা দিয়ে। বৈঠালাংচৰ ৰাইজে অসম সাহিত্য সভাৰ সভাপতিক যি দৰে আদৰ অভ্যৰ্থনা কৰি অভিনন্দন দিলে সি স্বৰূপতে মিকিৰ ৰাইজৰ অসম সাহিত্য সভাৰ প্ৰতি গভীৰ অনুৰাগৰ পৰিচায়ক। ন-কৈ স্থাপিত হোৱা বৈঠালাংচ সাহিত্য সভাৰ বৰ্ত্তমান সভ্য সংখ্যা ৫৩ জন আৰু এই সভাই মূল সভালৈ ৮৩.০০ টকা দান আগবঢ়াইছে। এই বছৰ বালিপথাৰত দ্বিতীয়খন নতুন সভা স্থাপন হৈছে। গোহাঞিবৰুৱা কুপন বিক্ৰীকৰি ডেনগাওঁ সাহিত্য সভা আৰু সৰিয়হজান সাহিত্য সভাই ক্ৰমে ত্ৰিশ টকা আৰু সাতষষ্ঠী টকা পঞ্চাশ পইছা দিছে।

কাছাৰ জিলাৰ শিলচৰ, হৰিনগৰ, দেওয়ানবস্তি, গড়ৰ ভিতৰ, লাৰছিংপাৰ আদি ঠাইৰ শাখা বিলাক সক্ৰিয় হৈছে। হাইলা-কান্দি সাহিত্য সভাৰ উদ্যোগত কেইবাখনো অসমীয়া প্ৰাথমিক স্কুল স্থাপিত হৈছে আৰু সাহিত্য সভাই এই প্ৰসঙ্গত যি সাহায্য আগবঢ়াইছে তাক উল্লেখ কৰা হৈছে।

ডিব্ৰুগড় জিলাৰ টিংৰাই, পাৱৈ আৰু টিপুক বাগানত স্থাপিত আৰু শিৱসাগৰ জিলাৰ মথুৰাপুৰ বাগানত শাখা সাহিত্য সভাই চাহ বাগিচাৰ শ্ৰমিকসকলকো সভ্য কৰি ভাষা সাহিত্য প্ৰচাৰ আৰু সাংস্কৃতিক বিনিময়ৰ চেষ্টা চলাইছে। চাচনি সাহিত্য সভাই সভ্য-সংখ্যা বৃদ্ধি কৰাৰ উপৰি পত্ৰিকাৰ গ্ৰাহক ভৰ্ত্তি কৰিছে। এই সভাৰ উদ্যোগত পণ্ডিত হেমচন্দ্ৰ গোস্বামী শতবাৰ্ষিকী উলাহমালহেৰে পালন হয়। ডুমডুমা সাহিত্য সভাৰ উদ্যোগত



সাহিত্যকাণ্ডাৰী পদ্মনাথ গোহাঞিবৰুৱা জন্ম শতবাৰ্ষিকী উদ্‌যাপিত হয়। ঢুলিয়াজান সাহিত্য সভাই গোহাঞিবৰুৱা স্মৃতি পুস্তিকা প্ৰকাশ কৰে। খোৱাং সাহিত্য সভাই সভ্য সংখ্যা আশানুৰূপ বৃদ্ধি কৰাৰ উপৰিও অসম সাহিত্য সভাৰ সভাপতি শ্ৰীতীৰ্থনাথ শৰ্ম্মা আৰু সাহিত্যিক শ্ৰীৰাজেন্দ্ৰ প্ৰতাপ কৰণক সম্বৰ্দ্ধনা জনায়। এই সভাই গোহাঞিবৰুৱা কুপন বিক্ৰী কৰি ১৬২.৬০ পইছা মূল সভালৈ পঠিয়ায়। নামৰূপ সাহিত্য সভাই গোহাঞিবৰুৱা কুপন বিক্ৰী কৰি মূল সভাক দুশ টকা দিয়াৰ উপৰি নিজা কাৰ্য্যালয় নিৰ্ম্মাণৰ কাম আৰম্ভ কৰিছে।

ধেমাজি সাহিত্য সভাই গোহাঞিবৰুৱা আৰু গোস্বামীৰ শতবাৰ্ষিকী পালনৰ উপৰি দুজন স্থানীয় বয়োবৃদ্ধ সাহিত্যিকক সম্বৰ্দ্ধনা জনায়। উত্তৰলক্ষীমপুৰ সাহিত্য সভাৰ উদ্যোগত পদ্মনাথ গোহাঞিবৰুৱাৰ কেন্দ্ৰীয় উৎসৱটি ২৭ নবেম্বৰ তাৰিখে মহা আড়ম্বৰেৰে পালন হয়। এই সভাই ২৮ নবেম্বৰ তাৰিখে গোহাঞিবৰুৱাৰ সহপাঠী আৰু সমনীয়া সাহিত্যিক পানীন্দ্ৰনাথ গগৈৰ জন্ম শতবাৰ্ষিকী পালন কৰে। শতবাৰ্ষিকী উপলক্ষে এখন স্মৃতিগ্ৰন্থ প্ৰকাশিত হয়।

তেজপুৰ সাহিত্য সভাৰ উদ্যোগত গোহাঞিবৰুৱা জন্ম শত-বাৰ্ষিকী মহাপয়োভৰেৰে তেজপুৰত ২৯ নবেম্বৰত উদ্‌যাপিত হয়। এই উপলক্ষে শোণিত-প্ৰবাহ নামৰ স্মৃতিগ্ৰন্থ প্ৰকাশ হয়। সভাই এটা সঙ্গীতৰ শ্ৰেণীও খুলিছে। কলাবাৰী সাহিত্য সভাই নিয়মীয়া কামকাজ চলোৱাৰ উপৰি সভ্য সংখ্যা বৃদ্ধি কৰিছে। ঢেকিয়া-জুলি সাহিত্য সভাই গোহাঞিবৰুৱা আৰু গোস্বামীৰ জন্ম শত-বাৰ্ষিকী পালন কৰে। গোহাঞিবৰুৱা শতবাৰ্ষিকীত এখন স্মৃতি-গ্ৰন্থ প্ৰকাশ হয়। সভাৰ সকলো কাম-কাজ বৰ শৃঙ্খলাবদ্ধ ভাৱে চলে। ওদালগুৰি সাহিত্য সভাই পত্ৰিকাৰ কেবাজনো গ্ৰাহক কৰিছে আৰু এটি স্থায়ী ভৱন নিৰ্ম্মাণৰ আঁচনি কৰিছে।

ভৰলীপৰীয়া সাহিত্য সভাই এখন আলোচনী আৰু অঞ্চলটিৰ থান, সত্ৰ আদিৰ ইতিবৃত্তমূলক পুথি প্ৰকাশ কৰিছে। ডাঁহী সাহিত্য সভাই 'স্বাক্ষৰ' নামৰ এখন আলোচনী প্ৰকাশ কৰিছে। বিশ্বনাথ চাৰিআলি সাহিত্য সভাই গোহাঞিবৰুৱা কুপন বেচি ১২০ টকা মূল সভাক দিছে। সন্তোষৰ কথা যে বছৰটোৰ ভিতৰত কামৰূপ জিলাৰ ভিতৰত আটাইতকৈ সৰহসংখ্যক শাখা সভা স্থাপন হৈছে। ৰঙিয়া আলোচনী সভাৰ কাম-কাজ আশানুৰূপ ভাবে নিয়মীয়া আৰু এই বছৰ সভ্য সংখ্যা ৩০০ হৈছে। গোহাঞিবৰুৱা কুপন বেচি সভাক ৯৭ টকা মূল সভাক দিছে। জ্ঞানোদয় সমাজে নিয়মীয়া কাম-কাজ কৰাৰ উপৰি দীনবন্ধু ডাঃ গঙ্গাধৰ ভট্টাচাৰ্য্যৰ জীৱনী, শ্ৰীবুদ্ধিৰাম মহাজনৰ নীতিবাণী আৰু শ্ৰীব্ৰজপতি মহন্ত সম্পাদিত 'কামৰূপীয় লোকগীত সফুঁৰা' (প্ৰথম খণ্ড) প্ৰকাশ কৰিছে। পাঠশালা সাহিত্য সভাই পৰিহৰেশ্বৰ দেৱালয়ৰ তথ্য সংগ্ৰহ কৰি এখন পুথি যুগুত কৰিছে; সদৌ অসম ভিত্তিত সন্তৰাম চৌধুৰী একাঙ্কিকা প্ৰতিযোগিতা চলাইছে আৰু পুঠিমাৰীত এখন শাখা সভা স্থাপন কৰিছে। লক্ষ্মী সাহিত্য সভাই (বংশৰ) নিয়মীয়া সভা-সমিতি পতাৰ উপৰি 'লখিমী' নামৰ এখন আলোচনী প্ৰকাশৰ যো-জা কৰিছে। সভাই গোহাঞিবৰুৱা কুপন বেচি ৪৫·৬০ টকা মূল সভাক দিছে। চতমা আঞ্চলিক সাহিত্য সভাই এটি স্থায়ী ভৱন নিৰ্ম্মানৰ আঁচনি লৈছে আৰু এখন আলোচনী প্ৰকাশৰ দিহা কৰিছে। বৰমা সাহিত্য সভাই বাৰ্ষিক অধিবেশন, আলোচনা চক্ৰ আদি পাতি জনজাতীয় লোকৰ মাজত ভাষা-সংস্কৃতি প্ৰচাৰ কৰিছে। সোণাপুৰ সাহিত্য সভাই নিজা ভৱন নিৰ্ম্মাণৰ কামত আগবাঢ়িছে। নৱপ্ৰতিষ্ঠিত বেতকুচি সাহিত্য সভাই পত্ৰিকাৰ গ্ৰাহক কৰিছে। উত্তৰ গুৱাহাটী সাহিত্য কাননে উত্তৰণ নামৰ এখন চাৰিমহীয়া আলোচনী প্ৰকাশ কৰিছে। মালিগাওঁ সাহিত্য সভাই গোহাঞি-



বৰুৱাৰ জন্ম-শতবাৰ্ষিকী ধুমধামেৰে পালন কৰিছে আৰু গোহাঞিবৰুৱা কুপন বিক্ৰী কৰি মূল সভাক ১৭০·৬০ টকা দিয়ে। সবিতা সভাই মাজে সময়ে সভা সমিতি পাতিছে।

গোৱালপাৰা জিলাত বছৰটোত ভালেকেইখন নতুন শাখা সভা হৈছে। ধুবুৰী সাহিত্য সভাই বাৰ্ষিক সন্মিলনৰ কামত ব্যস্ত থাকিলেও নিয়মীয়া ভাবে কাম কাজ চলাইছে আৰু গোহাঞিবৰুৱাৰ কুপনৰ বাবদ ১২০ টকা মূল সভাক দিছে। দলগোমা সাহিত্য সভা অধিক সক্ৰিয় হৈছে।

নগাওঁ সাহিত্য সভাই সভ্য-সংখ্যা বৃদ্ধি কৰাৰ উপৰি অসম সাহিত্য সভা পত্ৰিকাৰ গ্ৰাহক কৰিছে। সভাৰ ভৱনটি ইতিমধ্যে মুকলি কৰা হৈছে। সভাই গোহাঞিবৰুৱা কুপনৰ বাবদ মূল সভাক ২৮০·২০ টকা দিছে। কলিয়াবৰ সাহিত্য সভাই সভ্য সংখ্যা বৃদ্ধি কৰিছে, দুজন আজীৱন সভ্য কৰিছে আৰু কেইবাজনো সাহিত্যিকক সম্বৰ্দ্ধনা জনাইছে। বটদ্ৰৱা আঞ্চলিক সাহিত্য সভাই নিয়মীয়া ভাবে কামকাজ চলাইছে। ধিং সাহিত্য সভাই নিয়মীয়া সভা-সমিতি পতাৰ উপৰি স্থানীয় বিভিন্ন ভাষাভাষী লোকৰ মাজত ভাষা প্ৰচাৰৰ চেষ্টা চলাইছে! গোহাঞিবৰুৱা কুপন বেচি ১৬০ টকা মূল সভাক দিছে। ধিং পুবেৰুণ সাহিত্য সদনে সভ্য সংখ্যা বৃদ্ধি কৰাৰ উপৰি এখন আলোচনী প্ৰকাশ কৰিছে। লামডিং সাহিত্য সভাই প্ৰতিকূল অৱস্থাৰ মাজত নিয়মীয়াভাবে অধিবেশন পাতি ভাষা সাহিত্য প্ৰচাৰ কৰিছে।

ৰংপুৰ সাহিত্য সভাৰ উদ্যোগত ২৯ নৱেম্বৰ তাৰিখে মহাপয়োভৰেৰে দুদিনীয়াকৈ গোহাঞিবৰুৱাৰ জন্ম-শতবাৰ্ষিকী পালন কৰা হয়। শতবাৰ্ষিকী উপলক্ষে স্মৃতিগ্ৰন্থ প্ৰকাশৰ উপৰি এখন আকৰ্ষণীয় প্ৰদৰ্শনী পতা হয়। গোহাঞিবৰুৱা কুপন বিক্ৰী কৰি ১৭৫ টকা মূল সভাক দিয়ে। সোনাৰী সাহিত্য সভাই নিয়মীয়া ভাবে কামকাজ চলোৱাৰ উপৰি গোহাঞিবৰুৱা শতবাৰ্ষিকী

উপলক্ষে এখন স্মৃতিগ্ৰন্থ প্ৰকাশ কৰে। নিতাইপুখুৰী সাহিত্য সভাই নিয়মীয়া ভাবে সভা সমিতি পতাৰ উপৰি গোহাঞিবৰুৱা কুপন বিক্ৰী কৰি মূল সভাক ১২০ টকা দিয়ে। মৰাণ আৰু ডিমৌ সাহিত্য সভাই মহা পয়োভৰেৰে গোহাঞিবৰুৱা শতবাৰ্ষিকী পালন কৰে। যোৰহাট সাহিত্য সভাৰ সভ্য-সংখ্যা সৰ্ব্বাধিক। ইয়াৰ বৰ্ত্তমান সভ্য-সংখ্যা ৮৪০ জন। ইয়াৰ ভিতৰৰ ১৪০ জনক সহকাৰী সম্পাদক শ্ৰীডিম্বেশ্বৰ শৰ্ম্মাই পত্ৰিকাৰ গ্ৰাহক কৰিছে। যোৰহাট সভাই নিয়মীয়া কাম-কাজ চলোৱাৰ উপৰি মহা ধুম-ধামেৰে ২৮ নবেম্বৰ তাৰিখে গোহাঞিবৰুৱা শতবাৰ্ষিকী পালন কৰে। এই উপলক্ষে এখন স্মৃতিগ্ৰন্থ প্ৰকাশ হয়। সভাই হেমচন্দ্ৰ গোস্বামী জন্ম শতবাৰ্ষিকীও বিশদ কাৰ্য্যসূচীৰে পালন কৰে। এই সভাই মূল সভাক গোহাঞিবৰুৱাৰ কুপনৰ বাবদ ২৩১.৪০ টকা দিয়াৰ উপৰি ২৫০ টকাৰ দান আগবঢ়ায়। চিনামৰা সাহিত্য সভাই বাগিচাৰ বনুৱাসকলৰ মাজত সাহিত্য সংস্কৃতি প্ৰচাৰ কৰিছে আৰু সভাৰ স্থায়ী ভৱন নিৰ্ম্মাণৰ যো-জা কৰিছে। চুডী সাহিত্য সভাই নিজ পৰিসৰৰ ভিতৰত কাম কৰাৰ উপৰি মূল সভালৈ ৭৫ টকা দান আগবঢ়ায়। গোলাঘাট সাহিত্য সভাৰ উদ্যোগত পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ জন্ম-শত-বাৰ্ষিকী কেন্দ্ৰীয়ভাবে ৮ জানুৱাৰী তাৰিখে (১৯৭২) মহা পয়োভৰেৰে উদযাপন হয়। শতবাৰ্ষিকী উপলক্ষে এখন প্ৰদৰ্শনী পাতে আৰু এখন স্মৃতিগ্ৰন্থ প্ৰকাশ কৰে। হেমচন্দ্ৰ গোস্বামীৰ পুত্ৰ শ্ৰীশৰৎচন্দ্ৰ গোস্বামী আৰু শ্ৰীতৰুণচন্দ্ৰ গোস্বামীৰ দানেৰে নিৰ্ম্মিত গোলাঘাট সাহিত্য সভাৰ কাৰ্য্যালয় 'পণ্ডিত হেমচন্দ্ৰ গোস্বামী ভৱন' ৮ জানুৱাৰী তাৰিখে মুকলি কৰা হয়। গোলা-ঘাট সাহিত্য সভাই সকলো নিয়মীয়া কাম-কাজ কৰাৰ উপৰি গোহাঞিবৰুৱা কুপনৰ বাবদ মূল সভাক ১৬৯.২০ টকা দিয়ে। ঢেকিয়ালৰ জ্যোতি সাহিত্য সভাৰ উদ্যোগত দুদিনীয়া কাৰ্য্যসূচীৰে



হেমচন্দ্ৰ গোস্বামী জন্ম-শতবাৰ্ষিকী পালন কৰা হয়। দেৰগাওঁ সাহিত্য সভাই গোস্বামী শতবাৰ্ষিকী উপলক্ষে স্মৃতিগ্ৰন্থ প্ৰকাশ কৰে। মৰঙী সাহিত্য সভাই নিয়মীয়াভাবে কাম-কাজ কৰাৰ উপৰি মূলসভালৈ ৪৪ টকা দান আগবঢ়ায়। তিতাবৰ সাহিত্য সভাই নিয়মীয়া ভাবে সভা-সমিতি পাতে আৰু গোহাঞি- বৰুৱা কুপন বিক্ৰী কৰি ১০৯.৮০ টকা মূল সভাক দিয়ে।

বৰথলদলৈ গাওঁ সাহিত্য সভা, মৰিয়নী সাহিত্য সভা, ভট্টদেৱ সাহিত্য সমাজ; সাপেখাতী সাহিত্য সভা, জাজী সাহিত্য সভা, টীয়ক সাহিত্য সভা; দা-ধৰা সাহিত্য সভা, বালিগাওঁ সাহিত্য সভা; কেন্দু-গুৰি সাহিত্য সভা, চাৰিগাওঁ সাহিত্য পৰিষদ, দিচেনগৰ সাহিত্য সভা, কাকডোঙা সাহিত্য সভা, ন-আলি ঢেকিয়াজুলি সাহিত্য সভা, গড়গাওঁ সাহিত্য সভা, শালিকীহাট সাহিত্য সভা, হাবিভাঙা সাহিত্য সভা, ছুনী সাহিত্য সভা, বঙাইগাওঁ সাহিত্য সভা; কুঞ্জবন চেমনীয়া সাহিত্য সভা, কামাখ্যাধাম সাহিত্য সভা, শ্বিলং মুকুল সংঘ, নাজিৰা সাহিত্য সভা আদি শাখাসমূহে নিয়মিত ভাবে সভা-সমিতি পাতি সাহিত্য-সংস্কৃতিৰ পৰিবেশ অটুট ৰাখিছে।

সাহিত্য সভাৰ শাখা আৰু সভ্য সংখ্যা বঢ়াতো সুখৰ কথা। কিন্তু তাৰ লগে লগে যদি সংগঠনৰ কাম আউল নলগা কৰা নহয় তেন্তে অনুষ্ঠানত বেমেজালিৰ সৃষ্টি হব পাৰে। এনে অনুষ্ঠানৰ কাৰণে যে সভ্যৰ পঞ্জী এখন আৱশ্যক তাক সকলোৱে স্বীকাৰ কৰিব। আমি যোৱা বছৰ আৰু এই বছৰ সভ্য পঞ্জীখন সম্পূৰ্ণ কৰিবৰ উদ্দেশ্যে সভ্য-ভৰ্ত্তি বহী আৰু বৰঙণি আগতীয়াকৈ বিচাৰি চিঠি দিওঁ। শাখাসমূহে অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্ব্বাহকৰ নিৰ্দ্দেশ মানি আগতীয়াকৈ বহী আৰু বৰঙণি প্ৰেৰণ কৰা হলে পঞ্জীখন সম্পূৰ্ণ কৰাত সুবিধা হ'ল-হেঁতেন। কোনো কোনো সভাই বৰঙণিহে দিয়ে সভ্যভৰ্ত্তি বহী ব্যৱহাৰ নকৰে। এনেবোৰ অনিয়মে যাতে গা কৰিব নোৱাৰে

তাৰ বাবে ভবিষ্যতৰ কাৰ্য্য-নিৰ্ব্বাহকে চিন্তা কৰিব। দ্বিতীয় বছৰ যিয়েই নহওক লাগে বাৰ্ষিক অধিবেশনৰ অন্ততঃ দুমাহৰ আগতে নাইবা প্ৰতিবছৰ ডিচেম্বৰ মাহৰ ভিতৰত সভাভৰ্ত্তি বহী আৰু সভাৰ বৰঙণি দিয়াৰ নিয়ম বিধিবদ্ধ কৰিব লাগে। বাৰ্ষিক অধিবেশনৰ স্থানত বৰঙণি আদি দিলে কাৰ্য্যালয়ৰ ফালৰ পৰা কিছু অসুবিধা হয়। এই অৱস্থা দূৰ কৰিব নোৱাৰিলে ভবিষ্যতে বেমেজালিৰ সৃষ্টি হব পাৰে।

আমাৰ কাৰ্য্যকালৰ এটি থূলমূল খতিয়ান দাঙি ধৰিলোঁ। কাৰ্য্য-নিৰ্ব্বাহকে আঁচনি অনুসৰি কাম কৰিব নোৱাৰাৰ প্ৰধান কাৰণ হ'ল অধিবেশনৰ দিন ভবাতকৈ আগবাঢ়ি অহা আৰু পাক-ভাৰত সংঘৰ্ষ। সভাৰ তাৰিখ ৩১ ডিচেম্বৰ, ১ আৰু ২ জানুৱাৰী ঠিক হৈ মূৰকত সেই তাৰিখৰ পৰিবৰ্ত্তে জানুৱাৰীত দিন ধাৰ্য্য কৰিলে আৰু নানা কাৰণত সেই তাৰিখো অভ্যৰ্থনা সমিতিয়ে সলনি কৰিলে। এনেবোৰ কাৰণত আঁচনিৰ কেইটামান কাম কৰিব পৰা নহল। আশাকৰোঁ পৰবৰ্ত্তী কাৰ্য্য-নিৰ্ব্বাহকে এই আঁচনিসমূহৰ কাম কৰিব।

আমাৰ কাৰ্য্য পৰিচালনাত সততে দিহা-পৰামৰ্শ দিয়াৰ কাৰণে সভাপতি শ্ৰীতীৰ্থনাথ শৰ্ম্মা, উপ-সভাপতি শ্ৰীপৰাগ চলিহা, সহ-কাৰী সম্পাদকদ্বয় শ্ৰীডিম্বেশ্বৰ শৰ্ম্মা আৰু শ্ৰীভগিৰথী ৰায়চৌধুৰী আৰু কাৰ্য্য-নিৰ্ব্বাহকৰ সদস্যসকলক ধন্যবাদ জনাইছো। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, প্ৰাক্তন পত্ৰিকা সম্পাদক ডঃ হৰিচন্দ্ৰ ভট্টাচাৰ্য্য, প্ৰাক্তন সহকাৰী সম্পাদক শ্ৰীনগেন শইকীয়া আৰু শ্ৰীদুৰ্গা শইকীয়াই আমাক সহায়-সহযোগ কৰাৰ কাৰণে ধন্যবাদ জনালোঁ।

আমাৰ সম্পাদকীয় প্ৰতিবেদন ইমানতে সামৰিলোঁ। আমাৰ শত-সহস্ৰ অপৰাধৰ কাৰণে আপোনালোকৰ ক্ষিমা-ভিক্ষা কৰি বিদায় মাগিলোঁ—জয়তু ভাষা জননী

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

## অসম সাহিত্য সভাৰ ধুবুৰী অধিবেশন
### ( এটি সমীক্ষা )

১৯৭২ চনৰ এপ্ৰিল মাহৰ ৭, ৮ আৰু ৯ তাৰিখ শুক্ৰ শনি আৰু দেওবাৰে অসমৰ পশ্চিম সীমান্তৰ কিম্বদন্তি প্ৰসিদ্ধ নেতাই ধুবুনীৰ ঘাট ধুবুৰী নগৰীত অসম সাহিত্য সভাৰ উনচল্লিশতম মুকলি অধিবেশন অত্যন্ত উলহ মালহেৰে উৎসাহ উদ্দীপনাৰ মাজেদি অনুষ্ঠিত হয়। এয়া আছিল ধুবুৰীত অসম সাহিত্য সভাৰ তৃতীয় মুকলি অধিবেশন। ইয়াৰ আগতে ১৯২৬ চনত বেণুধৰ ৰাজখোৱাৰ সভাপতিত্বত আৰু ১৯৫৬ চনত শ্ৰীবেণুধৰ শৰ্ম্মাৰ সভাপতিত্বত ( ৰূপালী জয়ন্তী অধিবেশন ) ধুবুৰীতেই বহি গৈছিল। এইবাৰো ধুবুৰীৰ গৌৰীপুৰ ময়দানত বিৰাট সভামণ্ডপৰ তলত অসমৰ ভাষা-সাহিত্য-সংস্কৃতিপ্ৰেমী ৰাইজ বহাগ বিহুৰ আগে আগে একে ঠাইতে সমবেত হ'লহি। এপ্ৰিলৰ ৬ তাৰিখে দুপৰৰ পৰা অসমৰ বিভিন্ন ঠাইৰ পৰা অহা প্ৰতিনিধি সকলে আৰু সাহিত্য সভাক প্ৰাণৰ বস্তু বুলি ভাবি আগ্ৰহেৰে চাবলৈ অহা সাহিত্য-প্ৰেমী ৰাইজে উখল-মাখল লগাই দিলেহি। ৬ এপ্ৰিলৰ গধূলি মহকুমা পৰিষদ কাৰ্য্যালয়ত অসম সাহিত্য সভাৰ বিগত বছৰৰ শেষ কাৰ্য্য-নিৰ্ব্বাহক সমিতি স্থায়ী সভাপতি শ্ৰীতীৰ্থনাথ শৰ্ম্মাৰ অনুপস্থিতিত ডঃ মহেশ্বৰ নেওগৰ সভাপতিত্বত বহিল। সেইদিনা মাজ ৰাতিলৈকে অসমৰ বিভিন্ন ঠাইৰ পৰা অহা প্ৰতিনিধি দলক অভ্যৰ্থনা সমিতিয়ে যথাসাধ্য শুশ্ৰূষা কৰিলে। উদাহৰণ স্বৰূপে যোৰহাটৰ পৰা প্ৰতিনিধি সকলক লৈ অহা বাছ এখন ৰাতি ১২ বজাত ধুবুৰী পায়। অভ্যৰ্থনা সমিতিয়ে ৰাতি ১২ বজাত পুনৰ ভাত ৰন্ধাই প্ৰতিনিধি সকলক খুৱাই-বুৱাই যথা স্থানত শুবলৈ দিয়ে। এইখন বাছতে অসম সাহিত্য

সভাৰ প্ৰাক্তন সভাপতি শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱাও আছিল। অভ্যৰ্থনা সমিতিৰ আন্তৰিকতাত প্ৰতিনিধি সকলে বৰ সন্তোষ পালে।

৭ এপ্ৰিলৰ পুৱা বিপুল জনসমাবেশৰ মাজত অসম সাহিত্য সভাৰ পতাকা উত্তোলন কৰি অসমৰ প্ৰখ্যাত মহিলা কবি অসম সাহিত্য সভাৰ প্ৰাক্তন সভানেত্ৰী পদ্মশ্ৰী নলিনীবালা দেৱীয়ে অসম সাহিত্য সভাৰ পতাকাৰ তলত সকলো অসমবাসীকে ঐক্যবদ্ধ ভাৱে থিয় দিবলৈ আহ্বান জনালে। তাৰ পাচতে প্ৰদৰ্শনী উদ্বোধন কৰি ভাষণ দিলে গুৱাহাটী বিশ্ববিদ্যালয়ৰ জৱহৰলাল নেহেৰু অধ্যাপক ডঃ মহেশ্বৰ নেওগে।

## বিষয় বাছনি সভা

৭ এপ্ৰিলৰ আবেলিৰ পৰা ৰাতি ১২ বজালৈকে প্ৰতিনিধি সকলৰ সভা নৱনিৰ্ব্বাচিত সভাপতি শ্ৰীহেম বৰুৱাৰ সভাপতিত্বত বহে। অসমৰ বিভিন্ন ঠাইৰ পৰা অহা চাৰিশ প্ৰতিনিধিয়ে সভাত যোগদান কৰে। কাছাৰ জিলাৰ পৰা ৯ জন আৰু মিকিৰ পাহাৰ জিলাৰ পৰা ৬ জন পুৰুষ আৰু মহিলা প্ৰতিনিধিও আহিছিল। মেঘালয়ৰ শিলং মুকুল সংঘ আৰু ৰঙাই আঞ্চলিক সাহিত্য সভাৰ প্ৰতিনিধিয়েও যোগদান কৰিছিল। বিদায়ী সভাপতি শ্ৰীতীৰ্থ নাথ শৰ্ম্মা, প্ৰাক্তন সভাপতি শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা, কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ সদস্যসকল আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীদীনেশ ৰঞ্জন সৰকাৰ, উপসভাপতি শ্ৰীগৌৰী কান্ত ব্ৰহ্ম, শ্ৰীযাদৱ নাৰায়ণ দাস, প্ৰধান সম্পাদক শ্ৰীতাৰাচৰণ মজুমদাৰ আদি সভাত উপস্থিত আছিল। প্ৰধান সম্পাদক শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীয়ে দাঙি ধৰা সম্পাদকীয় প্ৰতিবেদনত কোৱা হয় যে প্ৰবল আৰ্থিক সঙ্কট চলি থকা স্বত্বেও যোৱা বছৰটোও অসম সাহিত্য সভাই অসমীয়া ভাষা-সাহিত্যৰ দুগৰাকী কৰ্ণধাৰ পদ্মনাথ গোহাঞি বৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীৰ জন্ম-শতবাৰ্ষিকী উৎসৱ সদৌ অসম জুৰি সফলতাৰে পালন কৰে।



কহিমা, তেজপুৰ, উত্তৰ লক্ষীমপুৰ, শিৱসাগৰ আৰু যোৰহাটত পালন কৰা গোহাঞি বৰুৱা শতবাৰ্ষিকী উৎসৱসমূহ আৰু গোলাঘাট, ঢেকীয়াল আৰু গুৱাহাটীত পালন কৰা হেমচন্দ্ৰ গোস্বামী উৎসৱ-সমূহৰ সাফল্য আৰু এই দুয়োটি উৎসৱ উপলক্ষে প্ৰকাশিত গ্ৰন্থাৱলী আৰু স্মৃতিগ্ৰন্থসমূহৰ কথা তেখেতে বিশেষভাৱে উল্লেখ কৰে। বছৰটোৰ ভিতৰতে তিনি কুৰি খনতকৈও অধিক নতুন শাখা স্থাপনে অসম সাহিত্য সভাৰ প্ৰতি জনসাধাৰণৰ বাঢ়ি অহা আগ্ৰহ আৰু সমৰ্থনৰ কথাই সূচনা কৰে বুলি প্ৰধান সম্পাদকে কয়। তেখেতে আৰু কয় যে অসম সাহিত্য সভাই প্ৰবল আৰ্থিক সঙ্কট দূৰ কৰিবলৈ যত্নবান হৈছে আৰু ঋণমুক্ত হোৱাৰ পথত বহুখিনি আগ বাঢ়িছে। তেখেতে শাখাসভাসমূহক অধিক সক্ৰিয় হবলৈ আৰু সভ্যসংখ্যা বৃদ্ধি কৰিবলৈ আহ্বান জনায়।

সভাই কেইবাটিও গুৰুত্বপূৰ্ণ প্ৰস্তাৱ গ্ৰহণ কৰে। অসম সাহিত্য সভাৰ নিয়মাৱলীৰো কেইটিমান গুৰুত্বপূৰ্ণ সংশোধনী সভাই গ্ৰহণ কৰে। তাৰ ভিতৰত উল্লেখযোগ্য কেইটিমান হল :—

১। সংস্থা সভ্য ( Institutional Member ) "সংস্থা সভ্য" নিয়মাৱলীত নতুনকৈ যোগ দিয়া হয়। সংস্থা সভ্যৰ সংজ্ঞা—"অন্ততঃ দহ বছৰীয়া অসমীয়া পুস্তক প্ৰকাশক, নাট্য-সমাজ, সত্ৰ আৰু কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ স্বীকৃতিমতে বহুৰত ৫০·০০ (পঞ্চাশ) টকা বৰঙণি দি সংস্থা সভ্য হব পাৰিব।"

২। আগৰ নিয়মাৱলী মতে সহকাৰী সম্পাদক দুজন কাৰ্য্য-নিৰ্ব্বাহক সমিতিয়ে নিৰ্ব্বাচন কৰিছিল। নতুন সংশোধনী অনুযায়ী সহকাৰী সম্পাদক দুজন পোনপটীয়া ভাৱে বিষয়-বাছনি সভাই নিৰ্ব্বাচন কৰিব।

৩। শাখা সভাবিলাক লগলাগি সংগঠনৰ সুবিধাৰ্থে জিলা পৰ্য্যায়ত বা আঞ্চলিক পৰ্য্যায়ত একোখনি সাহিত্য সম্মিলন পাতিব পাৰিব।—এই নিয়ম নতুনকৈ যোগ দিয়া হয়।

৪। আগৰ পৰা প্ৰচলিত ৰীতিৰ উচ্ছেদ সাধন কৰি এই-বাৰৰ বিষয়-বাছনি সভাই বিষয়ববীয়াসকল আৰু কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ সদস্যসকলৰ নিৰ্ব্বাচনৰ ক্ষেত্ৰত এটি নতুন নিয়ম প্ৰৱৰ্ত্তন কৰে। এইটো ধুবুৰী অধিবেশনৰ বিশেষত্ব বুলি কব পাৰি। সভাই শ্ৰীহৰেশ্বৰ গোস্বামীক নিৰ্ব্বাচনী বিষয়া নিযুক্ত কৰে আৰু সভাপতিৰ বাহিৰে প্ৰতিটো বিষয়-বাব আৰু কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ সদস্য-নিৰ্ব্বাচনৰ প্ৰস্তাৱ আহ্বান কৰা হয়। সভাপতি ইতিমধ্যেই শাখা-সভাসমূহৰ দ্বাৰা নিৰ্ব্বাচিত হৈছিল। ৮ এপ্ৰিল তাৰিখে গধূলি নিৰ্ব্বাচনী বিষয়াই প্ৰাৰ্থীসকলৰ নাম ঘোষণা কৰাত ভালেকেইজন প্ৰাৰ্থীয়ে নিজ নিজ নাম প্ৰত্যাহাৰ কৰে যদিও শেষত প্ৰতিটো পদবীতে একাধিক প্ৰাৰ্থী থকাত আৰু কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ সদস্যসকলৰ কাৰণেও বহুতো নাম থকাত গোপন ভোট গ্ৰহণ কৰি বিষয়ববীয়া আৰু কাৰ্য্য-নিৰ্ব্বাহক সদস্য-সকল নিৰ্ব্বাচিত কৰা হয়।

## বুৰঞ্জী সন্মিলন

সিদিনাখনেই পুৱা ৯ বজাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ বুৰঞ্জী বিভাগৰ মুখ্য অধ্যাপক ডঃ হেৰম্বকান্ত বৰপূজাৰীৰ সভাপতিত্বত 'বুৰঞ্জী সন্মিলন' আৰম্ভ হয়। এই শাখাৰ আহ্বায়ক শ্ৰীবঙ্কিম চন্দ্ৰ চক্ৰবৰ্ত্তীয়ে আলোচ্য বিষয় 'অসমৰ পশ্চিম অঞ্চলৰ বুৰঞ্জী' সভাত উত্থাপন কৰে। শ্ৰীশিৱানন্দ শৰ্ম্মাই এটি সুদীৰ্ঘ তথ্যগধূৰ প্ৰৱন্ধত দ্বাদশ শতিকাৰ পৰা অসমৰ পশ্চিম অঞ্চলৰ বুৰঞ্জীমূলক তথ্যসমূহৰ এটি তুলনামূলক আলোচনা দাঙি ধৰে। লোকসভাৰ সদস্য শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰীয়ে কয় যে, পুৰাণত ভাৰতীয় জাতীয়ত্বৰ কথা উল্লেখ আছে। ভাৰতৰ বিভিন্ন ভাষাত থকা গ্ৰন্থসমূহত কামৰূপ ৰাজ্যৰ বুৰঞ্জীৰ তথ্য সিচৰতি হৈ আছে। সেয়েহে অসমৰ প্ৰাচীন বুৰঞ্জীৰ সম্যক অধ্যয়নৰ বাবে ভাৰতৰ বিভিন্ন



ভাষাসমূহ জনাৰ প্ৰয়োজন হয়। আলোচনাত অংশ গ্ৰহণ কৰি ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যাই কয় যে অসমৰ সম্পূৰ্ণাঙ্গ বুৰঞ্জী ৰচনা আৰু উপযুক্ত গৱেষণাৰ বাবে অসম চৰকাৰ তথা ভাৰত চৰকাৰৰ সহযোগত গৱেষণাকেন্দ্ৰ গঢ়ি উঠিব লাগে। শ্ৰীঅম্বিকা চৰণ চৰকাৰেও এটি চমু তথ্যপূৰ্ণ বক্তৃতা দিয়ে আৰু শ্ৰীসোণাৰাম দত্তই দুআষাৰ কয়। শ্ৰীহেৰম্ব বৰদলৈয়ে অসমৰ প্ৰাচীন কীৰ্ত্তি-সমূহৰ উপযুক্ত ৰক্ষণাবেক্ষণ নথকাত আক্ষেপ প্ৰকাশ কৰে। শ্ৰীপ্ৰফুল্ল চন্দ্ৰ দত্তই কয় যে বুৰঞ্জী শাখাই মঠ-মন্দিৰ আৰু প্ৰাচীন কীৰ্ত্তিচিহ্নসমূহৰ বিষয়ে পুস্তিকা প্ৰকাশ কৰিব লাগে। 'জয়মতী কাহিনী'ৰ অবিকৃত তথ্য আজিও প্ৰকাশ নোহোৱাটো আক্ষেপৰ কথা। লাচিত বৰফুকন সম্পৰ্কেও বহু তথ্য এতিয়াও অপ্ৰকাশিত হৈ আছে। সভাপতি ডঃ বৰপূজাৰীয়ে পাঠ কৰা ভাষণত অসম বুৰঞ্জীৰ এটি তথ্যবহুল চিত্ৰ দাঙি ধৰে। গৱেষণা আৰু চৰ্চ্চাৰ বাবে তেখেতে সকলোকে আহ্বান জনায়।

## কবি সন্মিলন

বুৰঞ্জী সন্মিলনৰ পাছতে পণ্ডিত শ্ৰীবৈকুণ্ঠনাথ তৰ্কতীৰ্থৰ সভা-পতিত্বত কবি সন্মিলন আৰম্ভ হয়। ধ্বনি কবি শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱাই কবি সন্মিলন উদ্বোধন কৰি ইয়াৰ সৰ্ব্বময় সাফল্য কামনা কৰে। বয়োবৃদ্ধ কবি শ্ৰীশ্ৰীৰাম চন্দ্ৰ দাসে আবৃত্তি কৰা 'দেউতা এমুঠি ভাত দিয়া' কবিতাটিত এমুঠি অন্নৰ বাবে হাহাকাৰ কৰি থকা দৰিদ্ৰ জনসাধাৰণৰ মৰ্ম্মান্তিক বেদনাৰ প্ৰতি লক্ষ্য কৰি সাহিত্য সভাৰ দৰে বিৰাট সন্মিলনত যাতে অন্নৰ অপচয় নহয় তাৰ প্ৰতি সকলোলৈকে আহ্বান জনায়। তিনিটি উল্লেখযোগ্য স্বৰচিত কবিতা আবৃত্তি কৰে শ্ৰীপৰেশমল্ল বৰুৱা, শ্ৰীনাৰায়ণ বেজবৰুৱা আৰু শ্ৰীঅৱনীন্দ্ৰ চন্দ্ৰ বৰাই। প্ৰায় কুৰি-পঁচিশ গৰাকী কবিয়ে কবিতা আবৃত্তি কৰিলে যদিও সময়ৰ অভাৱত ভালেমান ইচ্ছুক কবি কবিতা

আবৃত্তিৰ পৰা বিৰত হব লগা হ'ল। অধ্যাপক শ্ৰীহেমন্ত কুমাৰ আৰু অধ্যাপক শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মাই বিশিষ্ট বক্তা হিচাবে সময়ৰ অভাবত অতি চমুকৈ কবিতাৰ ধৰ্ম্ম সম্পৰ্কে আলোচনা কৰে। সভাপতি শ্ৰীতৰ্কতীৰ্থদেৱে তেখেতৰ পাণ্ডিত্যপূৰ্ণ ভাষণত বৈদিক যুগৰ পৰা ধৰি ভাৰতীয় কবিতাৰ পৰম্পৰা সম্পৰ্কে আলোচনা কৰে।

## মুকলি অধিবেশন

৮ এপ্ৰিলৰ দুপৰীয়া এটি আকৰ্ষণীয় শোভাযাত্ৰাৰে নৱনিৰ্ব্বাচিত সভাপতি শ্ৰীহেম বৰুৱাক সভাকক্ষলৈ আগবঢ়াই অনা হয়। দুই বজাত অসম সাহিত্য সভাৰ ৩৯তম মুকলি অধিবেশন আৰম্ভ হয় 'চিৰ চেনেহী মোৰ ভাষা জননী' গীতটিৰে। বিদায়ী সভাপতি শ্ৰীতীৰ্থ নাথ শৰ্ম্মাই নৱনিৰ্ব্বাচিত সভাপতি শ্ৰীহেম বৰুৱাক বৰণ কৰি সভাপতিৰ আসনত বহুৱায়। এটি শোক প্ৰস্তাৱ গ্ৰহণ কৰাৰ পাচত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীত্ৰৈলোক্য নাথ গোস্বামীয়ে মূল সভা উদ্বোধন কৰি অসমৰ ভাষা সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ বিশিষ্ট অৱদানৰ কথা সোঁৱৰে।

প্ৰধান সম্পাদকে তলত নাম দিয়া বিশিষ্ট ব্যক্তি সকলৰ পৰা অহা শুভেচ্ছ-বাণীসমূহ পাঠ কৰে।— (১) ভাৰতৰ জাতীয় অধ্যাপক ডঃ সুনীতি কুমাৰ চট্টোপাধ্যায়, (২) উৰিষ্যাৰ বিখ্যাত সাহিত্যিক শ্ৰীকালিন্দী চৰণ পাণিগ্ৰাহী, (৩) বঙ্গদেশৰ বিখ্যাত সংস্কৃতিবিদ শ্ৰীমনোজ বসু, (৪) সাহিত্য একাডেমীৰ সচিব ডঃ প্ৰভাকৰ মাছৱে, (৫) হায়দৰাবাদৰ ইনায়েৎ উল্লা খান, (৬) লোক-সভাৰ অধ্যক্ষ ডঃ জি এচ, ধীলন, (৭) পুনা বিশ্ববিদ্যায়ৰ উপাচাৰ্য্য ডঃ বি, পি, আপ্তে, (৮) ভাৰতৰ প্ৰাক্তন ৰাষ্ট্ৰপতি ডঃ সৰ্ব্বপল্লী ৰাধাকৃষ্ণন ( ব্যক্তিগত সচিব যোগে ), (৯) মেঘালয়ৰ মুখ্যমন্ত্ৰী উইলিয়মচন চাংমা ( ব্যক্তিগত সচিৱ যোগে ), (১০) কেন্দ্ৰীয় মন্ত্ৰী মইনুল হক চৌধুৰী, (১১) অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীঅতুল চন্দ্ৰ হাজাৰিকা, (১২) অসম মন্ত্ৰী সভাৰ শ্ৰীপৰমানন্দ গগৈ আৰু (১৩) শ্ৰীউত্তম চন্দ্ৰ ব্ৰহ্ম, (১৪) নামৰূপ সাৰকাৰখানাৰ জেনেৰেল মেনেজাৰ শ্ৰীএ, কে, মিত্ৰ, (১৫) ভাৰতীয় চাহ পৰিষদৰ অসম শাখাৰ সভাপতি শ্ৰীএম, কে, কাৰ্টনা, (১৬) শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱা ( শিৱসাগৰ ), (১৭) অসম সাহিত্য সভাৰ আজীৱন সভ্য সকল, (১৮) দুলাল বৰুৱা, এম, এল, এ, (১৯) অধ্যাপক ডঃ সত্যেন্দ্ৰ নাৰায়ন গোস্বামী, (২০) শ্ৰীঅতুল বৰুৱা, (২১) অসম সাহিত্য সভাৰ বিশিষ্ট কৰ্ম্মী (শিলচৰ) কবিৰাজ শ্ৰীহৰেশ চন্দ্ৰ ভট্টাচাৰ্য্য, (২২) অসম সাহিত্য সভাৰ প্ৰাক্তন সহকাৰী সম্পাদক অধ্যাপক নগেন শইকীয়া।



অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰী দীনেশ ৰঞ্জন সৰকাৰে পাঠ কৰা ভাষণে সমবেত বিপুল জনতাক উৎসাহিত আৰু উৎফুল্লিত কৰা দেখা গৈছিল; প্ৰধান সম্পাদক শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীয়ে ইতিমধ্যে বিষয় বাছনি সভাত গৃহীত হোৱা সম্পাদকীয় প্ৰতিবেদন পাঠ কৰে। শ্ৰীহেম বৰুৱাই সভাপতিৰ ভাষণত সাহিত্যৰ মৌলিক তথ্যসমূহৰ চমু ব্যাখ্যা দিয়ে আৰু বৰ্ত্তমান অসমীয়া সাহিত্যৰ স্বৰূপ চমুকৈ দাঙি ধৰে। সভাপতিৰ শাৰীৰিক দুৰ্ব্বলতাৰ বাবে ভাষণটিৰ শেষাংশ পাঠ কৰে শ্ৰীচন্দ্ৰধৰ গোস্বামীয়ে।

## আলোচনা চক্ৰ

৯ এপ্ৰিল দেওবাৰে পুৱা ৯ বজাত জননেতা আৰু সাহিত্য প্ৰেমী শ্ৰীখনীন্দ্ৰ মন্দ্ৰ বৰুৱাৰ সভাপতিত্বত আলোচনা চক্ৰ আৰম্ভ হয়। আৰম্ভণি গীতৰ পাচত আহ্বায়ক শ্ৰীদেবেন্দ্ৰ নাথ শৰ্ম্মাই আলোচ্য বিষয় বস্তু "পশ্চিম অসমৰ ভাষা আৰু সাহিত্য" আৰু নিমন্ত্ৰিত বক্তা সকলৰ পৰিচয় সমবেত ৰাইজৰ আগত দাঙি ধৰে। সভাপতি শ্ৰীবৰুৱাই তেখেতৰ লিখিত ভাষণত ব্যক্তিগত অভিজ্ঞতাৰ পটভূমিত আৰু পণ্ডিত সকলৰ মন্তব্যৰ আধাৰত পশ্চিম অসমৰ ভাষা আৰু

সাহিত্যৰ চমুকৈ বিশ্লেষণ কৰি অংশ গ্ৰহনকাৰী সকলক সবিশেষ আলোচনাৰ বাবে অনুৰোধ জনায়। শ্ৰীঅম্বিকা চৰণ চৰকাৰে আলোচনাৰ বিষয়বস্তু আৰু মানদণ্ডৰ বিষয়ে কেতবোৰ নীতিগত প্ৰশ্নৰ উত্থাপন কৰি পশ্চিম অসমৰ প্ৰাচীন কামৰূপী বা ৰাজবংশী ভাষা, আৰু সংশ্লিষ্ট সাহিত্যৰ পটভূমি আৰু বৈশিষ্ট উদাহৰণেৰে দাঙি ধৰে। ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই পশ্চিম অসমৰ গোৱালপাৰাৰ ৰাজবংশী উপভাষা, বিদেশী আৰু দেশী পণ্ডিতৰ সংগৃহীত নিদৰ্শন আৰু মন্তব্যৰ আধাৰত আলোচনা কৰি কেইটিমান ধ্বনিমূলক, ৰূপতাত্বিক, শব্দগত আৰু বাক্যগত উদাহৰণ দাঙি ধৰে। প্ৰসঙ্গক্ৰমে অসমীয়া ভাষাৰ উপাদান স্বৰূপে ৰাজবংশী, বড়ো, গাৰো, ৰাভা, হাজং, কাছাৰ জিলাৰ লোকসকলৰ ভাষা-উপভাষাৰ বৰঙনি স্বীকাৰ্য্য বুলি ঘোষণা কৰে। অধ্যক্ষ শ্ৰীৰুক্মিনী ৰায়ে সভাপতিৰ বিশেষ আমন্ত্ৰণক্ৰমে ৰাজবংশী ভাষাতে ভাষণ দি পশ্চিম অসমৰ কথিত ভাষাৰ আংশিক হলেও নিদৰ্শন দাঙি ধৰে। ডঃ শ্ৰীগোলোক চন্দ্ৰ গোস্বামীয়ে অসমীয়া ভাষাৰ ক্ৰম-বিকাশত নামনি অসমৰ পুৰণি উপভাষাই লিখিত মাধ্যম ৰূপে যোগোৱা বৰঙণি, আহোম যুগৰ পৰৱৰ্ত্তী মিছনেৰী যুগত উজনি অসমৰ কথিত উপ-ভাষাক কেন্দ্ৰ কৰি বৰ্ত্তমান যুগত চলি থকা মান্যভাষা গোৱালপাৰাৰ ৰাজবংশী, ৰাভা আদি কথিত উপ-ভাষা আৰু কামৰূপৰ উপভাষাসমূহৰ বৈজ্ঞানিক আৰু ভাষাতাত্বিক বৈশিষ্টৰ কথা উল্লেখ কৰে। শ্ৰীঅমল ৰাজখোৱাই পশ্চিম অসমৰ বিশেষকৈ কোচবিহাৰ আৰু কমতাপুৰক কেন্দ্ৰ কৰি বৈষ্ণৱ আৰু প্ৰাগ্‌বৈষ্ণৱ সাহিত্যৰ পটভূমি, ইতিবৃত্ত আৰু অৱস্থাৰ আভাস দিয়ে।

আলোচনাত অংশ গ্ৰহণ কৰি অসমৰ মুখ্যমন্ত্ৰী শ্ৰীশৰৎচন্দ্ৰ সিংহই পশ্চিম অসমৰ ভাষা আৰু সাহিত্যৰ বাবে এনে আলোচনা চক্ৰ পতাৰ বাবে আনন্দ প্ৰকাশ কৰি লুইতৰ দুপাৰে শদিয়াৰ



পৰা ধুবুৰীলৈ ভাষাগত পাৰ্থক্য লক্ষ্য কৰিবলৈ সাহিত্যিক আৰু ভাষাবিদসকলক অনুৰোধ জনায়। গোৱালপাৰাৰ চম্পাৱতী নদীৰ পূৱে অসমীয়া শ, ষ, স ৰ উচ্চাৰণ স হৈ আছে আৰু চম্প্যাৱতীৰ পশ্চিমেহে ছ হৈছে। বৈজ্ঞানিক দৃষ্টিৰে আৰু সাহিত্যিক সাংস্কৃতিক মাধ্যমেৰে অসমৰ ভাষা সংস্কৃতিৰ উদ্ঘাটন, চৰ্চ্চা আৰু বিশ্লেষণ কৰিবলৈ সুধী সমাজলৈ মুখ্যমন্ত্ৰীয়ে আহ্বান জনায়। মন্তব্যত সভাপতিয়ে আলোচ্য বিষয় বস্তুৰ প্ৰয়োনীয়তা বিশ্লেষণ কৰি এয়া তাৰেই সূচনা বুলি কয় আৰু অভ্যৰ্থনা সমিতিৰ হৈ অৰ্থসচিব শ্ৰীউমাপতি শৰ্ম্মাই সকলোলৈকে ধন্যবাদ জ্ঞাপন কৰে। ধুবুৰী অধিবেশনৰ আলোচনা চক্ৰটি উন্নত পৰ্য্যায়ৰ আৰু ফলপ্ৰসু হৈছিল বুলি সমবেত ৰাইজৰ মুখে মুখে শুনা যায়।

## দ্বিতীয় দিনৰ মুকলি অধিবেশন

৯ এপ্ৰিল দেওবাৰে আবেলি ২ বজাৰপৰা দ্বিতীয় দিনৰ মুকলি সভা শ্ৰীহেম বৰুৱাৰ সভাপতিত্বত বহে। সভাত বিশিষ্ট অতিথি হিচাবে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ৯২ বছৰীয়া জননায়ক বাগ্মীবৰ শ্ৰীনীলমণি ফুকনে তেজোদ্দীপ্ত ভাষণেৰে অসমবাসী ৰাইজৰ মাজত ঐক্য আৰু সাংস্কৃতিক সংহতিৰ প্ৰতি আহ্বান জনায়। শ্ৰীফুকনে অসমীয়া ভাষা-সাহিত্যৰ একান্ত সেৱক 'সীমান্ত প্ৰহৰী' ৺প্ৰমথনাথ চক্ৰৱৰ্ত্তীৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা জনায় আৰু এইবাৰৰ অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীদীনেশ ৰঞ্জন সৰকাৰক (এখেতেই ১৯৫৬ চনৰ ৰূপালী জয়ন্তী অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সম্পাদক আছিল) 'সীমান্ত-কেশৰী' উপাধিৰে বিভূষিত কৰে।

বিশিষ্ট অতিথি হিচাবে ভাষণ দি মুখ্যমন্ত্ৰী শ্ৰীশৰৎচন্দ্ৰ সিংহই কয় যে ৰাজনৈতিক ভাৱে বিভক্ত হলেও ওচৰ চুবুৰীয়া ৰাজ্য সমূহৰ মাজত ভাষা সাহিত্য আৰু সংস্কৃতিৰ ক্ষেত্ৰত সংহতি স্থাপন

হোৱাটো বাঞ্ছনীয়। অসমৰ বাহিৰলৈ যোৱা ৰাজ্য খণ্ডবিলাকৰ লগত অসমৰ এনে ধৰণৰ সাংস্কৃতিক সম্বন্ধ অটুত থকাটো আশা কৰিব পাৰি। শিক্ষামন্ত্ৰী শ্ৰীহৰেন্দ্ৰনাথ তালুকদাৰেও সভাত এষাৰ কয়।

## সম্বৰ্দ্ধনা আৰু বঁটা বিতৰণ

প্ৰবীণ ৰাজনীতিজ্ঞ, সুসাহিত্যিক আৰু সাংবাদিক শ্ৰীঅমিয় কুমাৰ দাসক সম্বৰ্দ্ধনা জনাই বিদায়ী সভাপতি শ্ৰীতীৰ্থনাথ শৰ্ম্মাই এষাৰ কয়। প্ৰধান সম্পাদক শ্ৰীযতীন্দ্ৰনাথ গোস্বামীয়ে এখনি অভিনন্দন-পত্ৰ পাঠ কৰি শ্ৰীদাসক সম্বৰ্দ্ধনা জনায়। প্ৰত্যুত্তৰত শ্ৰীদাসে অসম সাহিত্য সভাৰ যোগেদি অসমীয়া ভাষা-সাহিত্য সংস্কৃতিৰ সাৰ্থক সেৱা কামনা কৰে।

সভাত শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱাক তেওঁৰ 'মেও মহাৰাজ' গ্ৰন্থৰ বাবে প্ৰেমধৰ দত্ত সোঁৱৰণী শিশু সাহিত্য বঁটা, শ্ৰীহিমেন্দ্ৰকুমাৰ বৰঠাকুৰক 'বাঘ' নাটকৰ বাবে ডিগবৈ সাহিত্য সেৱা সমিতি বঁটা, শ্ৰীদীনেশচন্দ্ৰ গোস্বামীক তেওঁৰ 'আকাশ ৰহস্য' গ্ৰন্থখনিৰ বাবে গোপালচন্দ্ৰ গোস্বামী বঁটা আৰু অৰুণাচলৰ ছাত্ৰ শ্ৰীচৌকেদাৰ গোহাঁইক তেওঁৰ ৰচনাৰ বাবে হৰিহৰ চৌধুৰী বঁটা দিয়া হয়। সভাত প্ৰাক্তন সভানেত্ৰী শ্ৰীমতী নলিনীবালা দেৱী আৰু প্ৰাক্তন সভাপতি শ্ৰীবিনন্দচন্দ্ৰ বৰুৱাই সমজুৱাৰ ফালৰ পৰা একো আষাৰ কয়। সভাত চাৰিটি প্ৰস্তাৱ গৃহীত হয় আৰু নতুন বিষয়-ববীয়া আৰু কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ নাম ঘোষণা কৰা হয়। অহা বছৰৰ বাবে সভাই ৰঙিয়া আলোচনী সভাৰ নিমন্ত্ৰণ গ্ৰহণ কৰে। অভ্যৰ্থনা সমিতিৰ তৰফৰ পৰা উপ-সভাপতি শ্ৰীগৌৰী-কান্ত ব্ৰহ্মই আৰু প্ৰতিনিধি সকলৰ ফালৰ পৰা শ্ৰীপ্ৰফুল্লচন্দ্ৰ দত্তই শলাগৰ শৰাই আগবঢ়ায়।



## সাংস্কৃতিক সন্মিলন

সন্মিলনৰ প্ৰথম দিনা ৰাতি বিচিত্ৰানুষ্ঠান আৰু ২য় আৰু ৩য় দিনৰ ৰাতি সাংস্কৃতিক সন্মিলন অনুষ্ঠিত হয়। সাংস্কৃতিক সন্মিলন উদ্বোধন কৰি ডঃ অন্নদাচৰণ দাসে থলুৱা সংস্কৃতিৰ মহত্ব ব্যাখ্যা কৰে আৰু ইয়াৰ সম্যক চৰ্চ্চা আৰু উৎকৰ্ষ সাধনৰ বাবে সমবেত বিৰাট জনতালৈ আহ্বান জনায়।

## বিশেষত্ব

ধুবুৰী অধিবেশনৰ মূল সভামণ্ডপ, সীমান্ত-কেশৰী ৺প্ৰথমনাথ চক্ৰৱৰ্ত্তীৰ পুণ্য-সোঁৱৰণত 'প্ৰমথ-নগৰ' নাম কৰণ কৰা হৈছিল। ইয়াৰ বাহিৰেও বিশিষ্ট ভাষা-সাহিত্যৰ পূজাৰীসকল ৰূপনাথ ব্ৰহ্ম, অমৃতভূষণ দেৱ অধিকাৰী আৰু প্ৰমথেশ বৰুৱাৰ নামত একোটিকৈ তোৰণ নিৰ্ম্মাণ কৰা হৈছিল। ছত্ৰশালৰ মন্দিৰৰ আৰ্হিত নিৰ্ম্মিত মূল সভামণ্ডপৰ তোৰণখনে দৰ্শকসকলৰ দৃষ্টি আকৰ্ষণ কৰিছিল। দ্বিতীয় দিনৰ মূল সভাত প্ৰমথনাথ চক্ৰৱৰ্ত্তীৰ বয়োবৃদ্ধা পত্নী শ্ৰীমতী সাবিত্ৰী দেৱী উপস্থিত আছিল। প্ৰতিনিধিসকলৰ বহুতেই ৺চক্ৰৱৰ্ত্তীৰ ঘৰলৈ গৈ আন্তৰিক শ্ৰদ্ধা জ্ঞাপন কৰা দেখা গৈছিল।

শ্ৰীশিৱানন্দ শৰ্ম্মাৰ সম্পাদনাত অভ্যৰ্থনা সমিতিয়ে এখনি উন্নত স্তৰৰ স্মৃতি-গ্ৰন্থ প্ৰকাশ কৰে। অন্যান্য মূল্যবান প্ৰৱন্ধৰ উপৰিও গোৱালপৰীয়া সংস্কৃতিৰ উন্নত আলোচনাই স্মৃতি-গ্ৰন্থখনিৰ মূল্য বৃদ্ধিত সহায় কৰিছে।

ধুবুৰী অধিবেশনৰ দিন কেইটিত অসমৰ বহু ঠাইত ধাৰাষাৰ বৰষুণ চলি থকা স্বত্বেও ধুবুৰীত এই তিনিও দিন এটোপাল বৰষুণো নথকাত সমবেত বিৰাট জনতা, প্ৰতিনিধিসকল আৰু অভ্যৰ্থনা সমিতিয়ে স্বচ্ছন্দতা অনুভব কৰিছিল। শেষৰ দিনা ৰাতি ১২মান বজাত সাংস্কৃতিক সন্মিলন চলি থাকোতেই ধাৰাষাৰ

বৰষুণ দিছিল যদিও এই বৰষুণে সন্মিলনৰ সাফল্যত বাধা প্ৰদান কৰা নাছিল। বাৰিষাৰ সমাগমৰ লগে লগে শাক-পাচলি, মাছ আদিৰ প্ৰাচুৰ্য্য হ্ৰাস পোৱাত আৰু মূল্য বৃদ্ধি হোৱাত অভ্যৰ্থনা সমিতি নিশ্চয় কিছু অসুবিধাৰ সন্মুখীন হৈছিল। তথাপি অভ্যৰ্থনা সমিতিৰ আশাশুধীয়া যত্নৰ ফলত প্ৰতিনিধি-সকলক যি অভ্যৰ্থনা দেখুৱালে তাৰ উচ্চ প্ৰশংসা প্ৰতিনিধি-সকলৰ মুখে মুখে শুনা গৈছিল। অধিবেশনত স্থানীয় ভিন্ন ভাষাভাষী ভদ্ৰলোক-ভদ্ৰমহিলাসকলৰ সহযোগিতা বিশেষভাবে প্ৰশংসনীয়। ভোজনালয়ৰ স্বেচ্ছাসেৱিকা হিচাবে বিশেষকৈ বঙালী ভদ্ৰমহিলা সকলক পাই তেওঁলোকৰ এনে আশাশুধীয়া সহ-যোগিতাত প্ৰতিনিধিসকল মুগ্ধ হৈছিল। নেতাই ধুবুনীৰ ঘাট, গদাধৰ আৰু ব্ৰহ্মপুত্ৰৰ সঙ্গমস্থল, গৌৰীপুৰৰ ৰাজকাৰেং, শিখ ধৰ্ম্মগুৰু তেজবাহাদুৰ স্থাপিত শিখ মন্দিৰ, ধুবুৰীৰ বিখ্যাত জুই-শলা কাৰখানা, পাঁচ পীড়ৰ দৰগাহ আদি চাবলৈ বহুতো দৰ্শকে উচ্‌পিচ লগাইছিল।

ধুবুৰী অধিবেশনৰ সৰ্ব্বময় সাফল্যাই অসম সাহিত্য সভাক আৰু এটি খোজ নিৰ্ব্বিবাদে আগবঢ়াই নিলে।

শ্ৰীডিম্বেশ্বৰ শৰ্ম্মা

## অসম সাহিত্য সভাৰ উনচত্বাৰিংশ অধিবেশনত গৃহীত প্ৰস্তাৱসমূহ

প্ৰস্তাৱ নং—১ :—

"অসমৰ শাসকীয় ভাষা স্বৰূপে অসমীয়া ভাষা প্ৰযোজ্য অঞ্চলত অসমৰ বিশ্ববিদ্যালয়সমূহৰ অন্তৰ্গত কলেজসমূহত শিক্ষাৰ মাধ্যম একমাত্ৰ অসমীয়া হব লাগে। অসম চৰকাৰ আৰু বিশ্ব-বিদ্যালয়সমূহৰ কৰ্তৃপক্ষক অনতিপলমে উক্ত বিষয়ত ব্যৱস্থা লবলৈ টানি অনুৰোধ কৰা হওক।"

প্ৰস্তাৱক : শ্ৰীঅম্বিকা চৰণ সৰকাৰ
(বঙ্গাইগাওঁ সাহিত্য সভা)
সমৰ্থক : শ্ৰীপুষ্পধৰ চাংমাই
( খোৱাং সাহিত্য সভা )

প্ৰস্তাৱ নং ২ :—

"যেহেতু দেশৰ অৰ্থনৈতিক জীৱন সাহিত্য সংস্কৃতিৰ মূল ভিত্তি দিনক দিনে বৃদ্ধি পোৱা আমাৰ থলুৱা লোকৰ নিবনুৱা সমস্যা সমাধানাৰ্থে কেন্দ্ৰীয় চৰকাৰৰ অধীনত থকা অসম ৰাজ্যৰ অন্তৰ্গত সকলো বিভাগতে বিশেষকৈ ৰেল বিভাগ, ডাক-তাঁৰ বিভাগ, তেল, সাৰ, গেচ কোম্পানী বিভাগত থলুৱা অসমীয়া নিবনুৱাক শতকৰা আশী ভাগ খালি পদত মকৰল কৰিবলৈ সংশ্লিষ্ট কৰ্তৃপক্ষক দাবী জনোৱা হওক।"

প্ৰস্তাৱক : শ্ৰীনৰেন্দ্ৰ নাথ শৰ্ম্মা
(সবিতা সভা)
সমৰ্থক : শ্ৰীহৰেশ্বৰ নেওগ
( কলাবাৰী সাহিত্য সভা )

প্ৰস্তাৱ নং ৩ :—

"যোৱা ১৯৬৯ চনৰ জুলাই মাহত অসম চৰকাৰে কেইশমান কবি সাহিত্যিকক পেন্সন দিয়া হৈছে বুলি ঘোষণা কৰাৰ পৰা আজিলৈকে প্ৰায় তিনিবছৰ দিনে চৰকাৰী সিদ্ধান্ত কাৰ্য্যকৰী নোহোৱা বাবে অসম সাহিত্য সভাই গভীৰ উদ্বেগ প্ৰকাশ কৰে। ভাষা সাহিত্যৰ পূজাৰী গুণী লোক সকলক সমাজবাদী ৰাষ্ট্ৰই এনেদৰে অৱজ্ঞা কৰা বাবে অসমৰ ৰাইজ বিতুষ্ট হৈছে আৰু কাকতে পত্ৰই এই সম্পৰ্কে ৰাইজৰ বিক্ষোভ প্ৰকাশ হৈ আছে। এনে অৱস্থাত চৰকাৰ নিমাত হৈ থকাৰ বাবে অসম সাহিত্য সভাই মুখ্যমন্ত্ৰী ডাঙৰীয়াক বিশেষ অনুৰোধ কৰে যাতে ঘোষণা কৰা দিনৰে পৰা বাকী থকা পেন্সন সহ চৰকাৰে যেন প্ৰতিশ্ৰুতি ৰক্ষা কৰে। লগতে অধিক সংখ্যক গুণী সাহিত্যিকসকলক সাহিত্যিক পেন্সন দিবলৈ চৰকাৰে কাৰ্য্যকৰী পন্থা হাতত লবলৈ অসম সাহিত্য সভাই চৰকাৰক টানি অনুৰোধ জনায়।"

প্ৰস্তাৱক : শ্ৰীপুষ্পকান্ত খাউণ্ড,
(কলিয়াবৰ সাহিত্য সভা)
সমৰ্থক : শ্ৰীগজেন চহৰীয়া,
(মঙলদৈ সাহিত্য সভা)।

প্ৰস্তাৱ নং ৪ :—

"উচ্চ আৰু উচ্চ মাধ্যমিক বিদ্যালয়সমূহৰ শিক্ষাৰ মাধ্যম অসমীয়া হোৱা সত্বেও পৰীক্ষাবিলাকৰ প্ৰশ্ন কাকতবোৰ আজি-পৰিমিত একমাত্ৰ ইংৰাজীতে হৈ আছে। অসম সাহিত্য সভাৰ উনচল্লিশ সন্মিলনে উক্ত পৰীক্ষাসমূহৰ প্ৰশ্ন কাকত অনতি-



পলমে ইংৰাজী আৰু অসমীয়া দুই ভাষাত ছপাবলৈ সংশ্লিষ্ট কৰ্তৃপক্ষক অনুৰোধ জনায়।"

প্ৰস্তাৱক : শ্ৰীপ্ৰফুল্ল চন্দ্ৰ দত্ত
(নাজিৰা সাহিত্য সভা)
সমৰ্থক : শ্ৰীদীনেশ্বৰ তাম্বা
( যোৰহাট গড়মূৰ সাহিত্য সভা )

প্ৰস্তাৱ নং ৫ :—

উনচল্লিশ সন্মিলনৰ বিষয়-বাছনি সভাই সংশোধন কৰামতে অসম সাহিত্য সভাৰ নিয়মাৱলী সংশোধিত হওক :

পৃষ্ঠা ২—(ঘ) প্ৰকাশিত গ্ৰন্থৰ ভিতৰত উপযুক্ত বিবেচিত গ্ৰন্থৰ গ্ৰন্থকাৰক বঁটা...............দান।
(ছ) ভাষা আৰু সাহিত্যৰ প্ৰচাৰ
(জ) অসমীয়া ভাষা-সাহিত্যৰ কাৰ্য্য

পৃঃ ৫— (ক) চতুৰ্থ ছেদৰ ৬·১২ সংখ্যক বিধিৰ ... হব

পৃঃ ৩— (ঘ) হিতৈষী সভ্য আৰু (ঙ) সংস্থা-সভ্য (institutional member)।

পৃঃ ৩— 'নিৰ্দ্দিষ্ট ফৰ্ম্মত'ৰ পৰিবৰ্ত্তে নিৰ্দ্দিষ্ট প্ৰপত্ৰ (ওপৰঞ্চি ক)ত

পৃঃ ৩— ১৩। অন্ততঃ দহবছৰীয়া অসমীয়া পুস্তক প্ৰকাশক। নাট্য-সমাজ, সত্ৰ আৰু কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ স্বীকৃতি-মতে, আন সংস্থা বছৰত ৫০·০০ (পঞ্চাশ) টকা বৰঙণি দি সংস্থা-সভ্য হব পাৰিব।

পৃঃ ৩— পূৰ্ব্বৰ ১৩ নং ১৪ হব আৰু পৰবৰ্ত্তী নম্বৰসমূহ সলনি হ'ব।

পৃঃ ৪— ১৭ (পুৰনি ১৬) : (৫) পত্ৰিকা সম্পাদক (৬) সহকাৰী সম্পাদক (যোৰহাট) (৭) সহকাৰী সম্পাদক (গুৱাহাটী) (৮)-(২১) আন চৈধ্যজন সভ্য।

শেষৰ শাৰী 'ইয়াৰ ভিতৰত.........পৰা হব' বাদ পৰিব।

পৃঃ ৪— ১৭ নং ১৮ হ'ব আৰু পুৰণি ১৭ নং কথাথিনি বাদ পৰিব। নতুন ১৮ নং তলৰ দৰে সংযোজন হ'ব।

তলৰ ৪৬(৪) (ক) নিয়ম অনুসৰি সম্পাদক যি ঠাইৰ পৰা নিৰ্ব্বাচিত সেই ঠাইৰ পৰাই ধনভৰালীও নিৰ্ব্বাচিত হ'ব। এই উদ্দেশ্যে ধনভৰালীৰ নিৰ্ব্বাচনৰ দিহা কৰা হ'ব।

পৃঃ ৬— ৩৩ নং (পুৰণি ৩২) 'আদায় নকৰা'ৰ পিচত যোগ হ'ব 'আৰু আবেদন পত্ৰ বহী সহ সভ্য তালিকা দাখিল নকৰা'

পৃঃ ৬— **নতুন সংযোজনা—**

সপ্তম ছেদ: আঞ্চলিক সন্মিলন

৩৪। শাখা সভাবিলাক লগ লাগি জিলা পৰ্য্যায়ত বা আঞ্চলিক পৰ্য্যায়ত একোখন সাহিত্য সন্মিলন পাতিব পাৰিব।

পৃঃ ৬— পুৰণি 'সপ্তম' ছেদ অষ্টম ছেদ হ'ব আৰু পৰবৰ্ত্তী ছেদ সমূহ সলনি হ'ব

পৃঃ ৭— ৩৮। (পুৰণি ৩৮) 'চলিত বছৰৰ' সলনি 'আবেদন-পত্ৰৰ বহী সহ চলিত বছৰৰ' 'প্ৰাক্তন সভাপতি'ৰ পিচত, ব্যৱহাৰ হৈ তলৰ দৰে সংশোধিত হ'ব—

'প্ৰাক্তন সম্পাদক আৰু আজীৱন সভ্যৰ নিৰ্ব্বাচিত প্ৰতিনিধিয়ে'.........সন্মিলনৰ.........পাৰিব।

পৃঃ ১০—৪(ক) ১৬ সংখ্যক'ৰ সলনি ১৮ সংখ্যক

৫(ক) ,, ,, ,,

পৃঃ ১৩— ৫৫ (পুৰণি ৫৩)—'বিচাৰ'ৰ সলনি পৰ্য্যালোচনা' ; আৰু প্ৰস্তাৱসমূহক ৰূপ দি'ৰ সলনি 'প্ৰস্তাৱসমূহ'



পৃঃ ১৪— ৬৩ (পুৰণি ৬১) 'এশ'ৰ পৰিবৰ্ত্তে 'দুশ'

গৃহীত প্ৰস্তাৱক : ডঃ মহেশ্বৰ নেওগ

স্বা হেম বৰুৱা ৯।৪।৭২ সমৰ্থক : শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা

সভাপতি

অসম সাহিত্য সভা ঊনচত্বাৰিংশ সন্মিলন

১৯৭২-৭৩ চনৰ অসম সাহিত্য সভাৰ নৱ গঠিত কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ সভ্যসকল—

সভাপতি : শ্ৰীহেম বৰুৱা

উপ-সভাপতি : ডঃ মহেশ্বৰ নেওগ

প্ৰধান সম্পাদক : শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী

কোষাধ্যক্ষ : শ্ৰীৰমা বৰঠাকুৰ

পত্ৰিকা সম্পাদক : শ্ৰীপৰেশমল্ল বৰুৱা

সহ: সম্পাদক (যোৰহাট)—শ্ৰীডিম্বেশ্বৰ শৰ্ম্মা

,, ,, (গুৱাহাটী)—শ্ৰীপ্ৰসন্ন ৰাম দাস

সভ্যসকল:—শ্ৰীমতী চাথী তেৰনপী (মিকিৰ পাহাৰ), শ্ৰীবিপিন ৰাজবংশী (কাছাৰ), শ্ৰীচফিয়ুৰ ৰহমান (গাৰোপাহাৰ), শ্ৰীশিৱানন্দ শৰ্ম্মা (গোৱালপাৰা), শ্ৰীফণীন্দ্ৰ নাথ ব্ৰহ্ম (গোৱালপাৰা), শ্ৰীঅম্বিকাচৰণ সৰকাৰ (গোৱালপাৰা), শ্ৰীমতী অমিয়া চক্ৰৱৰ্ত্তী (দৰং), শ্ৰীচন্দ্ৰধৰ গোস্বামী (দৰং) শ্ৰীৰাম গোস্বামী (ডিব্ৰুগড়), শ্ৰীকমলেশ্বৰ বৰা (নগাওঁ), শ্ৰীভগবান মৰল (কামৰূপ), শ্ৰীঅৱনীন্দ্ৰ চন্দ্ৰ বৰা (কামৰূপ), শ্ৰীশ্ৰীমান চক্ৰৱৰ্ত্তী (কামৰূপ), শ্ৰীব্ৰজপতি মহন্ত (কামৰূপ)।

স্বাঃ হেম বৰুৱা
৯।৪।৭২
সভাপতি
অসম সাহিত্য সভা
ঊনচত্বাৰিংশ সন্মিলন

## অভিনন্দন -পত্ৰ

**প্ৰবীণ সাংবাদিক, সাহিত্য-সেৱী আৰু দেশ-সেৱক**
**শ্ৰীঅমিয় কুমাৰ দাস ডাঙৰীয়াৰ কৰকমলেষু,**

শ্ৰদ্ধেয় দাস ডাঙৰীয়া,

অসমৰ সংবাদ, সাহিত্য আৰু ৰাজনৈতিক জীৱনলৈ আপুনি স্বাৰ্থহীন আৰু ক্লান্তিহীনভাৱে আগবঢ়াই অহা বৰঙণিৰ কথা সুঁৱৰি, অসম সাহিত্য সভাই, পুৰাণ-প্ৰসিদ্ধ ধুবুৰীত বহা এই অনুষ্ঠানৰ ঊনচত্বাৰিংশ সন্মিলনত আপোনাক অভিনন্দিত কৰাৰ সুযোগ লাভ কৰি পৰম আনন্দ লাভ কৰিছে।

সাহিত্যৰথী বেজবৰুৱা প্ৰমুখ্যে আধুনিক অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ নৱজাগৰণৰ উদ্গাতাসকলৰ সান্নিধ্যই, স্বাধীনতা আন্দোলনৰ অগ্ৰগণী যুঁজাৰু, স্মৰণীয় অসমীয়া ব্যক্তিসকলৰ সাহচৰ্য্যই আৰু সৰাবো উপৰি মহাত্মা গান্ধীৰ আদৰ্শই আপোনাৰ প্ৰাণত যি সাধনা, সেৱা আৰু ত্যাগৰ শিখা জলাই দিলে, সেই শিখা আজিও অনিৰ্ব্বাপিত।

বেজবৰুৱাৰ 'বাঁহী'ৰ সম্পাদনাৰ আঁত ধৰাৰে পৰা 'বাহী' সম্পাদনা কৰালৈকে আৰু তাৰ পিচতো বৰ্ত্তমানলৈকে, প্ৰত্যক্ষ বা অপ্ৰত্যক্ষভাৱে অসমীয়া সংবাদ-পত্ৰৰ লগত আজীৱন জড়িত থাকি, আপুনি অসমীয়া সাহিত্য আৰু সংবাদ-পত্ৰলৈ মূল্যবান অৰিহণা যোগাই আহিছে।

অসমীয়া ভাষাত মহাত্মা গান্ধীৰ জীৱনী আৰু আদৰ্শ প্ৰচাৰ কৰি, গান্ধীজীৰ প্ৰতি আৰু গান্ধীজীৰ আদৰ্শৰ প্ৰতি থকা আপোনাৰ অবিচল আস্থা আৰু বিশ্বাসকে কেৱল প্ৰকাশ কৰা নাই, অসমীয়া ভাষাত যথাৰ্থতে আপুনিয়েই 'গান্ধী-সাহিত্য'ৰ এখনি যুগমীয়া আসনো প্ৰতিষ্ঠা কৰিলে। আমি অতিশয় আনন্দেৰে লক্ষ্য কৰিছোঁ যে আপুনি প্ৰয়োজন বুজি অসমীয়া সাহিত্যলৈ মূল্যবান প্ৰবন্ধসম্ভাৰ



আগবঢ়াই আহিছে। অসমৰ শিল্প-সাহিত্য আৰু ৰাজনীতিত দৰং জিলাৰ স্মৰণীয় অৱদানৰ পৰম্পৰা আপোনাৰ ব্যক্তিত্বৰ মাজেৰে অসমে গৌৰৱেৰে অনুভৱ কৰে। আপোনাৰ এই সাধনাৰ প্ৰতি আমাৰ শ্ৰদ্ধাঞ্জলি গ্ৰহণ কৰক।

নিৰলস দেশ-সেৱক দাস ডাঙৰীয়া,

গান্ধীজীৰ নেতৃত্বত গঢ়ি উঠা অসহযোগ আন্দোলনত যোগ দি, ভাৰতৰ মুক্তি সংগ্ৰামত অসমৰ ভূমিকাক আপুনি গুৰুত্বপূৰ্ণ কৰি তোলাত আত্মনিয়োগ কৰিলে; দীঘলীয়া কাৰাবাস আৰু অশেষ কষ্টয়ো টলাব নোৱাৰা আপোনাৰ মনোবল উত্তৰপুৰুষৰ বাবে চিৰদিন আদৰ্শনীয় হৈ ৰ'ব। কেৱল এয়ে নহয়; দেশে স্বাধীনতা লাভ কৰাৰ পিচত বিধান সভাত যোগ দি আপুনি সক্ৰিয়ভাৱে সাংগঠনিক দায়িত্বও ধৈৰ্য্য, সহিষ্ণুতা আৰু নিষ্ঠাৰে পালন কৰিলে। মন্ত্ৰীত্বৰ গুৰুদায়িত্ব বহন কৰিও, আপুনি সৰল, অনাড়ম্বৰ, নিৰহঙ্কাৰ আৰু ত্যাগৰ জীৱনযাপন কৰি গান্ধীৰ জীৱনাদৰ্শ নিজৰ জীৱনৰ মাজেৰে যথাৰ্থভাৱে প্ৰকাশ কৰিলে। আপোনাৰ জীৱনৰ আৰু আদৰ্শৰ এই অখণ্ডিত ৰূপে আপোনাৰ ব্যক্তিত্বক দান কৰিছে বিৰল-প্ৰায় সততাৰ মাধুৰ্য্য।

আদৰ্শ-নিষ্ঠ দাস ডাঙৰীয়া,

অসম সাহিত্য সভাই আপোনাৰ সুদীৰ্ঘ জীৱন আৰু সুন্দৰ স্বাস্থ্য কামনা কৰিছে। আমাৰ আন্তৰিক অভিনন্দন গ্ৰহণ কৰক। ইতি—

| | |
|---|---|
| চন্দ্ৰকান্ত সন্দিকৈ ভৱন : যোৰহাট-১ | অসম সাহিত্য সভাৰ হৈ, |
| শিবিৰ : অসম সাহিত্য সভাৰ ঊনচত্বাৰিংশ | শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী |
| সন্মিলন ধুবুৰী, অসম | প্ৰধান সম্পাদক, |
| ৯ এপ্ৰিল, ১৯৭২ চন | অসম সাহিত্য সভা |

## অভ্যৰ্থনা সমিতিৰ বিষয়ববীয়াসকল

সভাপতি—শ্ৰীদীনেশ ৰঞ্জন সৰকাৰ।
উপ-সভাপতি—শ্ৰীযাদব নাৰায়ণ দাস
শ্ৰীগৌৰীকান্ত ব্ৰহ্ম
সাধাৰণ সম্পাদক—শ্ৰীতাৰাচৰণ মজুমদাৰ
সংগঠক সম্পাদক—শ্ৰীৰবীন্দ্ৰ নাথ চৌধুৰী
কোষাধ্যক্ষ আৰু খাদ্যবিভাগৰ যুটীয়া সচিব—শ্ৰীভৈৰব কান্ত বড়া
যুটীয়া সম্পাদক
আৰু স্বেচ্ছাসেৱক বাহিনীৰ অধিনায়ক—শ্ৰীকালীন্দ্ৰনাথ নাথ
যুটীয়া সম্পাদক—শ্ৰীজয়নাল আবেদিন
সহ সম্পাদক—শ্ৰীনৃপেন্দ্ৰ নাথ দাস
শ্ৰীঅকন বায়ন
শ্ৰীআবদুল ৰসিদ
শ্ৰীবিভব চক্ৰৱৰ্ত্তী।
সহকাৰী সংগঠক সম্পাদক—শ্ৰীৰমেন্দ্ৰ চন্দ্ৰ নাথ
শ্ৰীৰবীন শীল।
সম্পাদক স্মৃতিগ্ৰন্থ—শ্ৰীশিবানন্দ শৰ্ম্মা
সাংস্কৃতিক বিভাগ—শ্ৰীমানগোবিন্দ চক্ৰৱৰ্ত্তী-সভাপতি
শ্ৰীকালীচৰণ ভড়ালী-সম্পাদক।
সম্পাদকদ্বয় প্ৰদৰ্শনী বিভাগ—শ্ৰীযামিনী কান্ত শৰ্ম্মা
শ্ৰীভূপেন্দ্ৰ নাৰায়ণ ব্ৰহ্ম।
ধন সংগ্ৰহ বিভাগ—শ্ৰীঋতেন্দ্ৰ মোহন দত্ত--অধ্যক্ষ
শ্ৰীউমাপতি শৰ্ম্মা--সচিব আৰু শোভাযাত্ৰা পৰিচালক
শ্ৰীমোহন চন্দ্ৰ ৰায়, সহঃ সচিব।



প্ৰচাৰ সচিব—শ্ৰীউদ্ধব চন্দ্ৰ কলিতা
আহ্বায়ক, কবি সন্মিলন—অধ্যাপক শ্ৰীযামিনী কান্ত শৰ্ম্মা
আহ্বায়ক, আলোচনা চক্ৰ—শ্ৰীদেবেন্দ্ৰনাথ শৰ্ম্মা
আহ্বায়ক, বুৰঞ্জী সন্মিলন—শ্ৰীবঙ্কিম চন্দ্ৰ চক্ৰবৰ্ত্তী
বিজুলি আৰু পানীযোগান বিভাগৰ আহ্বায়ক—শ্ৰীপৰিতোষ চন্দ
কাৰ্য্যালয় সচিব—শ্ৰীনিৰিকান্ত ৰায়
যুগ্ম কাৰ্য্যালয় সচিব—শ্ৰীহেমন্ত বৰকলিতা
শ্ৰীদিবাকৰ দাস
পতাকা উত্তোলন উৎসৱৰ ভাৰপ্ৰাপ্ত—শ্ৰীসুবোধ চন্দ্ৰ চক্ৰবৰ্ত্তী
বাসস্থান বিভাগৰ সচিব—শ্ৰীব্ৰহ্মানন্দ পাঠক
খাদ্য বিভাগৰ যুটীয়া সচিব—শ্ৰীউমেশচন্দ্ৰ গোস্বামী
স্বাস্থ্য বিভাগৰ সচিব—ডাঃ দ্বিজেন্দ্ৰ নাথ হাজৰিকা
মণ্ডপ, মঞ্চ, তোৰণাদি বিভাগৰ যুটীয়া সচিব—শ্ৰীবলেন্দ্ৰনাৰায়ন দাস
শ্ৰীগোলাপ চন্দ্ৰ মিলি
মণ্ডপ নিৰ্ম্মাণৰ উপদেষ্টা—শ্ৰীঅমল বৰুৱা
প্ৰতিনিধি বৰ্গক আদৰণীৰ ভাৰপ্ৰাপ্ত—শ্ৰীঅমল কুমাৰ দাস

### পৃষ্ঠপোষক আৰু উপদেষ্টা

মুখ্য পৃষ্ঠপোষক—শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী
শ্ৰীশৰৎ চন্দ্ৰ সিংহ
মুখ্য উপদেষ্টা---শ্ৰীছৈয়দ আহম্মদ আলি
উপদেষ্টা---শ্ৰীমদন প্ৰসাদ বেজবৰুৱা
শ্ৰীবীৰেন্দ্ৰ মোহন হাজৰিকা

## ধুবুৰী অধিবেশনৰ প্ৰতিনিধিৰ তালিকা

**আজীৱন সভ্যৰ প্ৰতিনিধি**

১। শ্ৰী হেম দত্ত—যোৰহাট
২। ,, সুচেন কলিতা—চতিয়া
৩। ,, সদা মৰল—গুৱাহাটী
৪। ,, ৰেনু শইকীয়া—গড়গাওঁ
৫। ,, ধৰ্ম্ম কান্ত গোহাঁই—ডুমডুমা
৬। ,, মহেন্দ্ৰ কলিতা—ডুমডুমা
৭। ,, ধৰ্ম্মকান্ত মহন্ত—গুৱাহাটী
৮। ,, ৰাম গোস্বামী—শ্বিলং
৯। ,, অৰুন চন্দ্ৰ গুহ—কলিকতা
১০। ,, অমিয়া চক্ৰৱৰ্ত্তী--তেজপুৰ
১১। ,, চন্দ্ৰিকা প্ৰসাদ সাহু—যোৰহাট
১২। ,, যাদৱ চন্দ্ৰ দাস--হাউলী
১৩। ,, সুশীল কুমাৰ ৰায়—দুধনৈ

### কাৰ্য্যনিৰ্ব্বাহকৰ প্ৰতিনিধিসকল

১। শ্ৰী তীৰ্থনাথ শৰ্ম্মা
২। ডঃ মহেশ্বৰ নেওগ
৩। ,, অমল কুমাৰ দাস
৪। শ্ৰী আব্দুছ ছাত্তাৰ
৫। ,, গিৰিধৰ শৰ্ম্মা
৬। ,, জীৱন সিংহ
৭। ,, সূৰ্য্যকান্ত ফুকন
৮। ,, নাৰায়ণ ঘাটোৱাৰ
৯। ,, কমলেশ্বৰ শইকীয়া
১০। ,, চন্দ্ৰধৰ গোস্বামী
১১। ,, চন্দ্ৰকান্ত বৰকাকতী
১২। ,, ভগগিৰী ৰায়চৌধুৰী
১৩। ,, ডিম্বেশ্বৰ শৰ্ম্মা
১৪। ,, ৰাম গোস্বামী
১৫। ,, যতীন্দ্ৰ নাথ গোস্বামী।

## অসম সাহিত্য সভাৰ ৩৯ তম্ ধুবুৰী অধিবেশনত প্ৰতিনিধিত্ব কৰা সকলো শাখা সভাৰ প্ৰতিনিধি সকলৰ নাম।

### গোৱালপাৰা জিলা

| সভাৰ নাম | প্ৰতিনিধিৰ নাম |
|---|---|
| ১। কোকৰাঝাৰ সাহিত্য সভা | শ্ৰী ফণীন্দ্ৰ নাথ ব্ৰহ্ম। |
| | ,, গজেন গোস্বামী। |
| | ,, চিত্তৰঞ্জন চৌধুৰী |
| | ,, মনমোহন বৰা |
| | ,, হৰেশ্বৰ বৰ্ম্মন |
| ২। চাপৰ ,, ,, | শ্ৰী হৃদয়ানন্দ দাস |
| ৩। বাসুগাওঁ ,, ,, | শ্ৰী কৈলাস চন্দ্ৰ মিশ্ৰ |
| ৪। প্ৰতাপগঞ্জ ,, ,, | শ্ৰী খলিলুৰ ৰহমান |
| | ,, নুৰ হুছেইন |
| ৫। লক্ষ্মীপুৰ ,, ,, | শ্ৰী অৰুন কুমাৰ চৌধুৰী |
| ৬। আগমনি ,, ,, | শ্ৰী জয়নাল আবেদিন |
| ৭। অভয়াপুৰী ,, ,, | শ্ৰী শৈলেন্দ্ৰ চন্দ্ৰ মজুমদাৰ |
| ৮। বঙাই গাওঁ ,, ,, | শ্ৰী বিনন্দ চন্দ্ৰ পাঠক |
| | ,, অম্বিকা চৰণ চৰকাৰ |
| ৯। দুধনৈ ,, ,, | শ্ৰী শিৱ ৰাম দাস |
| | ,, অনিল দাস |
| ১০। বিজনী ,, ,, | শ্ৰী উদয় দাস |
| | ,, গনেশ দাস |
| ১১। ধুবুৰী ,, ,, | শ্ৰী উদ্ধৱ চন্দ্ৰ কলিতা |
| | ,, সুনীল কুমাৰ দাস |
| | ,, নিৰিকান্ত ৰায় |
| | ,, শিৱানন্দ শৰ্ম্মা |
| | ,, লক্ষ্মীপ্ৰিয়া দত্ত |

| সভাৰ নাম | প্ৰতিনিধিৰ নাম |
|---|---|
| ১২। গোলোকগঞ্জ সাহিত্য সভা | শ্ৰী দীনেশ চন্দ্ৰ চৰকাৰ |
| | শ্ৰীমতী সুৰ বালা ৰায় |
| | ,, অম্বু নাথ শৰ্ম্মা |
| ১৩। গোৱালপাৰা ,, ,, | শ্ৰী শ্যামা চৰণ নাথ |
| | ,, আজাহাৰ হুছেইন |
| | ,, ভবেন গোস্বামী |
| | ,, উত্তম শৰ্ম্মা |
| ১৪। হুধনৈ সাহিত্য সভা | শ্ৰী অনিল দাস |
| ১৫। চলন্তাপাৰা ,, ,, | শ্ৰী জয়নাল আবেদিন |
| | ,, উচমান গনি |
| ১৬। দক্ষিণ শালমাৰা ,, ,, | শ্ৰী কোবাদ হুছেইন মোল্লা |
| | ,, উমাকান্ত গোস্বামী |
| | ,, মোস্তাফিজুৰ ৰহমান মোল্লা |
| ১৭। ফকিৰাগ্ৰাম শক্তি আশ্ৰম সাহিত্য সভা | শ্ৰীযামিনী কুমাৰ বৰুৱা |
| ১৮। জামাদাৰ হাট ,, ,, | শ্ৰীলালচান্দ আলী |
| ১৯। ৰূপজ্যোতি ,, ,, | ,, হৰিমোহন সৰকাৰ |
| | ,, যজ্ঞেশ্বৰ কলিতা |

## ডিব্ৰুগড় জিলা

| সভাৰ নাম | প্ৰতিনিধিৰ নাম |
|---|---|
| ১। ডিগবৈ সাহিত্য সেৱা সমিঃ | শ্ৰী প্ৰফুল্ল বৰুৱা |
| | ,, কৃষ্ণ প্ৰসাদ বৰুৱা |
| | ,, শুচীব্ৰতা ৰায় চৌধুৰী |
| | ,, ভবানী বৰুৱা |
| ২। নাহৰকটীয়া সাহিত্য সভা | শ্ৰী গোলোক নাহৰ ডেকা |
| | ,, কুতুবুদ্দিন আহমদ |
| ৩। ডিব্ৰুগড় ,, ,, | শ্ৰী হেৰম্ব বৰদলৈ |
| | ,, জ্যোতিৰিন্দ্ৰ ধৰ দত্ত |
| | ,, জিতেন বুজৰবৰুৱা |
| | ,, অঞ্জলী বৰদলৈ |



| সভাৰ নাম | প্ৰতিনিধিৰ নাম |
|---|---|
| ৪। তিনিচুকীয়া সাহিত্য সভা | শ্ৰী সিদ্ধেশ্বৰ তামূলী |
| | ,, ৰবীন বৰঠাকুৰ |
| | ,, যুতা লাবন্য তামূলী |
| ৫। নাওহলীয়া ,, ,, | ,, নন্দী গগৈ |
| ৬। খোৱাং ,, ,, | শ্ৰী পুষ্প ধৰ চাংমাই |
| | ,, সুহৃদ বৰুৱা |
| | ,, লোকনাথ বৰুৱা |
| | ,, ললিত বৰুৱা |
| | ,, বীৰেন গোহাঁই |
| ৭। ডুমডুমা ,, ,, | ,, শৰৎ বৰা |
| | ,, আব্দুল হক চৌধুৰী |
| | ,, অমূল্য খাটনিয়াৰ |
| | ,, ধৰ্ম্মেশ্বৰ বৰা |
| | ,, বেণু গগৈ |
| ৮। মাকুম ,, ,, | ,, জিতেন শৰ্ম্মা |
| | ,, ফুল নাথ দত্ত |
| | ,, প্ৰদীপ হুৱৰা |
| | ,, খগেন কোঁচ |
| | ,, মতী মাখনী বৰুৱা |
| ৯। নামৰূপ ,, ,, | ,, মেঘ গগৈ |
| | ,, নীলকান্ত শৰ্ম্মা |
| | ,, সুশীল শৰ্ম্মা |
| | ,, মুহীকান্ত বৰুৱা |
| | ,, ধৰ্ম্ম প্ৰসাদ বৰা |
| | ,, ভৈৰৱ ডেকা |
| | ,, জিতেন ভূঞা |
| | ,, মানিক শইকীয়া |
| | ,, প্ৰবীণ শইকীয়া |
| | ,, তৰুন দাস |
| | ,, সৰু ৰাম ফুকন |
| | ,, কমলা দিহিঙ্গীয়া |

| সভাৰ নাম | | প্রতিনিধিৰ নাম |
|---|---|---|
| ১০। চাচনী | সাহিত্য সভা | শ্রী পৰমেশ্বৰ শৰ্ম্মা |
| | | ” সোনাৰাম শইকীয়া |
| | | ” সীতাৰাম শইকীয়া |
| ১১। ডুলীয়াজান | ” ” | ” তিলক চন্দ্র গোহাঁই |
| | | ” কনক চন্দ্র ভৰালী |
| | | ” গোলোক বৰুৱা |
| ১২। চাবিআলি | ” ” | ” ৰমেশ চন্দ্র বৰুৱা |
| | | ” সুৰেশ চন্দ্র গোস্বামী |
| ১৩। টিং খাং | ” ” | ” কামিনী গগৈ |
| | | ” পূৰ্ণানন্দ গগৈ |
| ১৪। পূব ডিব্রুগড় | ” ” | অধ্যাপক মহম্মদ চোলম |
| | | ” নকুল চন্দ্র বৰদলৈ |

## লক্ষীমপুৰ জিলা

| | | |
|---|---|---|
| ১। উত্তৰ লক্ষীমপুৰ | সাঃ সভা | শ্রী হেম ভট্টাচাৰ্য্য |
| | | ” আনন্দ গগৈ |
| | | ” হৰ শইকীয়া |
| ২। ধেমাজী | ” ” | শ্রী কমল চন্দ্র বাইলুং |
| ৩। বঙালমৰা | ” ” | শ্রী হেম চন্দ্র গোস্বামী |

## কামৰূপ জিলা

| | | |
|---|---|---|
| ১। পকোৱা মৌজা | সাঃ সভা | শ্রীতুলাল তহচিলদাৰ |
| ২। ত্রিবেণী | ” ” ” | ” বাণী নাথ ভট্টাচাৰ্য্য |
| ৩। কনিহা কেন্দ্র | ” ” | ” ৰঘুনাথ শৰ্ম্মা |
| ৪। মুকালমুৱা | ” ” | ” মঃ পিয়াৰ আলি |
| | | ” মুহিবুদ্দিন আহমেদ |
| ৫। যুৱক সাহিত্য সমাজ জাগাৰা | | ” মাধৱ চন্দ্র ডেকা |
| | | ” প্রভাত গোস্বামী |
| ৬। কৰৰা | সাঃ সভা | ” দেবেন্দ্রনাথ গোস্বামী |
| ৭। বিকাশ | ” ” | শ্রীশ্রীমান চক্রবৰ্ত্তী |
| | | ” ৰমন চন্দ্র উজিৰ |



| সভাৰ নাম | | প্রতিনিধিৰ নাম |
|---|---|---|
| ৮। পলাশবাৰী | সাহিত্য সভা | শ্রীথানেশ্বৰ দাস |
| | | ” যোগেশ ফুকন |
| | | ” ৰমেন মেধি |
| ৯। পশ্চিম বড়িগোগ | ” ” | ” নৰেন্দ্র চন্দ্র শৰ্ম্মা |
| ১০। জ্যোতি | ” ” | অধ্যাপক ভগৱান মৰল |
| | | ” ৰমেশ চন্দ্র কলিতা |
| | | ” নাৰায়ণ দাস |
| | | ” হেমকান্ত দাস |
| | | ” ৰমাকান্ত মহন্ত |
| | | ” কামেশ্বৰ বৈশ্য |
| ১১। ধ্রুৱজ্যোতি | ” ” | ” দেবেশ্বৰ শৰ্ম্মা |
| | | ” ভবেশ চন্দ্র দেৱ শৰ্ম্মা |
| | | ” গোপাল চন্দ্র চক্রৱৰ্ত্তী |
| ১২। সোণাপুৰ | ” ” | ” কামিনী শৰ্ম্মা |
| | | ” সৰ্ব্বেশ্বৰ তেৰণ |
| | | ” ভবেন্দ্র শৰ্ম্মা |
| ১৩। ৰঙিয়া আলোচনী সভা | | ” উপেন্দ্র নাথ তালুকদাৰ |
| | | ” তৰুণ চন্দ্র লহকৰ |
| | | ” ভবেন্দ্র নাথ শৰ্ম্মা |
| | | ” আব্দুল ইছলাম |
| | | ” ভবেন্দ্র দাস |
| | | ” মীৰা শৰ্ম্মা |
| | | ” ভৰত চন্দ্র কলিতা |
| | | ” তনু আলী |
| | | ” নৰেন্দ্র নাথ শৰ্ম্মা |
| | | ” পদ্মৰাম শালৈ |
| ১৪। জ্ঞানোদয় আলোচনা চক্র ৰামদিয়া | | ” লোহিত চন্দ্র ডেকা |
| | | ” হৰেন্দ্র নাথ ডেকা |
| | | ” ভোগেশ্বৰ দাস |
| ১৫। ভট্টদেৱ সাহিত্য সমাজ | | ” মথুৰ ডেকা |

| সভাৰ নাম | প্ৰতিনিধিৰ নাম |
|---|---|
| ১৬। বৰপেটা ৰোড সাঃ সভা | শ্ৰীমুনীন্দ্ৰ নাথ শৰ্ম্মা |
| | ,, মহেন্দ্ৰ পাঠক |
| | ,, বনমালী পাঠক |
| ১৭। হাবিভাঙ্গা ,, ,, | ,, ৰামচৰণ শৰ্ম্মা |
| | ,, ৰমেশ চন্দ্ৰ বৰ্ম্মন |
| | ,, ধৰ্ম্মেশ্বৰ দাস |
| ১৮। ৰূপনগৰ ,, ,, | ,, প্ৰবীন চন্দ্ৰ শৰ্ম্মা |
| | ,, হৰেশ্বৰ ভট্টাচাৰ্য্য |
| ১৯। জ্ঞানোদয় সমাজ | ,, ব্ৰজপতি মহন্ত |
| | ,, দেবেন কলিতা |
| ২০। সেউজী সাহিত্য কানন | ,, প্ৰভাত চন্দ্ৰ চক্ৰৱৰ্ত্তী |
| | ,, প্ৰফুল্ল নাথ শৰ্ম্মা |
| ২১। দক্ষিণ গুৱাহাটী সাঃ সভা | ,, শিৱপ্ৰসাদ বৰুৱা |
| | ,, মুনীন বৰকটকী |
| ২২। বকো সাহিত্য সভা | শ্ৰীখগেন বায়ন |
| | ,, কামিনী মোহন শৰ্ম্মা |
| | ,, ৰমানন্দ মহন্ত |
| ২৩। লুটুমা ওদালবাক্ৰা ,, ,, | ,, কামেশ্বৰ শৰ্ম্মা |
| | ,, ৰশ্মিকান্ত দাস |
| ২৪। ছয়গাওঁ ,, ,, | ,, সুবোধ চন্দ্ৰ শৰ্ম্মা |
| | ,, গোপাল চন্দ্ৰ কলিতা |
| ২৫। টিহু ,, ,, | ডাঃ সত্যনাথ কাকতি |
| | শ্ৰীঅখিল চন্দ্ৰ ডেকা |
| | ,, ৰজনী তালুকদাৰ |
| ২৬। বেতকুছি আঞ্চলিক ,, ,, | ,, ৰমেশ শৰ্ম্মা |
| | ,, জয়ৰাম মেধি |
| ২৭। নলবাৰী ,, ,, | ,, শশী শৰ্ম্মা |
| | ,, হৰেন্দ্ৰ নাথ শৰ্ম্মা |
| | ,, মহেন্দ্ৰ নাৰায়ণ চৌধুৰী |
| ২৮। মাজিৰ গাওঁ ,, ,, | ,, অম্বিকা প্ৰসাদ শৰ্ম্মা |



| সভাৰ নাম | প্ৰতিনিধিৰ নাম |
|---|---|
| ২৯। পাকাসৰিহ সাহিত্য সভা | শ্ৰী অচ্যুত চন্দ্ৰ মেধি |
| ৩০। সুন্দৰীদিয়া ,, ,, | ,, কৰুণাকান্ত দাস |
| | ,, ননীমোহন তালুকদাৰ |
| | ,, গোবিন্দ তালুকদাৰ |
| ৩১। ধমধমা ,, ,, | ,, চন্দ্ৰ সাউদ |
| | ,, ঘনশ্যাম দাস |
| ৩২। ডুমুনীচকী ,, ,, | ,, মোহন কলিতা |
| ৩৩। বালি ,, ,, | ,, সদানন্দ পাঠক |
| | ,, দেবেন দাস |
| ৩৪। নৰজ্যোতি ,, ,, | ,, কামাখ্যাচৰণ ভাগৱতী |
| | ,, তৰুণ চন্দ্ৰ শৰ্ম্মা |
| ৩৫। বৰমা ,, ,, | ,, নৰেন্দ্ৰ নাথ হালৈ |
| | ,, হৰমোহন শৰ্ম্মা |
| | ,, ইছলামুদ্দিন আহমদ |
| ৩৬। প্ৰগতি ,, ,, | মঃ ৰুস্তম আলী তালুকদাৰ |
| ৩৭। বৰনগৰ ,, ,, | শ্ৰীৰমেশ চন্দ্ৰ ভট্টাচাৰ্য্য |
| | ,, ডম্বৰুধৰ গোস্বামী |
| | ,, হিমাংশু ৰঞ্জন পাটগিৰী |
| ৩৮। ভাৰতী অধ্যয়ন চক্ৰ — | ,, প্ৰসন্ন কুমাৰ ডেকা |
| | ,, প্ৰফুল্ল চন্দ্ৰ ভূঞা |
| ৩৯। বামাখাটা সাহিত্য সভা | ,, গিৰীশ তালুকদাৰ |
| | ,, ভবেন্দ্ৰ নাথ পাটগিৰী |
| ৪০। মালিগাওঁ ,, ,, | ,, নন্দ তালুকদাৰ |
| | ,, সৰ্ব্বেশ্বৰ তালুকদাৰ |
| | ,, প্ৰসন্ন ৰাম দাস |
| ৪১। সবিতা সভা ,, ,, | ,, নৰেন্দ্ৰ নাথ শৰ্ম্মা |
| | ,, হেমন্ত কুমাৰ শৰ্ম্মা |
| | ,, কণক চন্দ্ৰ ডেকা |
| | ,, গোবিন্দ মহন্ত |
| | ,, সুৰেন্দ্ৰ মোহন ঠাকুৰীয়া |
| ৪২। দীঘেলী সাহিত্য ,, ,, | ,, নাজিমুদ্দিন আহমদ |

| সভাৰ নাম | প্ৰতিনিধিৰ নাম |
|---|---|
| ৪৩ গুৱাহাটী ,, ,, | ,, যতীন গোস্বামী |
| | ,, যোগেশ দাস |
| | ,, বিশ্ব নাৰায়ণ শাস্ত্ৰী |
| | ,, অৱনীন্দ্ৰ চন্দ্ৰ বৰা |
| | ,, ইৰানী হাজৰিকা |
| ৪৪। পাঠশালা সাহিত্য সভা | শ্ৰী সদানন্দ মিশ্ৰ |
| | ,, সতীশ চন্দ্ৰ চৌধুৰী |
| | ,, নগেন্দ্ৰ নাথ ৰায় |
| | ,, হৰকান্ত শৰ্ম্মা |
| | ,, জীৱন কৃষ্ণ পত্ৰ |
| ৪৫। প্ৰাগ্‌জ্যোতি ,, ,, | ,, গোলোক চন্দ্ৰ গোস্বামী |
| | ,, জাহিদ চৌধুৰী |
| ৪৬। হাজো ,, ,, | ,, সুধীৰ কুমাৰ দাস |
| ৪৭। আঞ্চলিক শাখা সাঃ সভা চতমা | ,, হিৰণ্য কুমাৰ শৰ্ম্মা |
| | ,, ৰাজেন্দ্ৰ নাথ বুজৰবৰুৱা |
| ৪৮। দৌলাশাল সাহিত্য সভা | ,, স্বৰাজ চন্দ্ৰ নাথ |
| ৪৯। পলাশবাৰী ,, ,, | ,, দ্বিজেন কলিতা |
| ৫০। নিউ গুৱাহটী ,, ,, | ,, পৰেশ মল্ল বৰুৱা |
| ৫১। জালুকবাৰী ,, ,, | ,, মানিক চক্ৰৱৰ্ত্তী |
| | ,, বসন্ত কুমাৰ দাস |
| ৫২। বৰপেটা ,, ,, | ,, অৰ্জ্জুন চন্দ্ৰ দাস |
| ৫৩। লক্ষী ,, ,, | ,, হৰেন্দ্ৰ কুমাৰ দাস |
| ৫৪। তৰুন সাহিত্য সমাজ | ,, ধীৰেন বৈশ্য |
| | ,, দিলীপ শৰ্ম্মা |



## শিৱসাগৰ জিলা

| সভাৰ নাম | প্ৰতিনিধিৰ নাম |
|---|---|
| ১। যোৰহাট সাহিত্য সভা | শ্ৰী অমল ৰাজখোৱা |
| | ,, ৰমা বৰঠাকুৰ |
| | ,, গোবিন্দ বৰুৱা |
| | ,, নগেন ফুকন |
| | ,, অপূৰ্ব্ব ৰাজকুমাৰ |
| | ,, দুৰ্গা শইকীয়া |
| | ,, ভানু বৰুৱা |
| | ,, ফাটেমা খাতুন |
| | ,, বিমল কুমাৰী বৰঠাকুৰ |
| | ,, লখিমী বৰঠাকুৰ |
| | ,, টংকেশ্বৰ বৰদলৈ |
| | ,, দিলীপেন্দ্ৰ গোস্বামী |
| | ,, মধু শৰ্ম্মা |
| | ,, মুক্তা নাথ বৰঠাকুৰ |
| | ,, গনেশ বৰঠাকুৰ |
| | ,, অমিয়া ৰাজকুমাৰী |
| | ,, অৱনী চুতীয়া |
| | ,, হেমচন্দ্ৰ কাৰ্দং |
| | ,, লোহিত গগৈ |
| | ,, মিনতি বৰঠাকুৰ |
| | ,, বংশী শইকীয়া |
| | ,, নীল সভাপণ্ডিত |
| | ,, চন্দন গোস্বামী |
| | ,, জগত হাজৰিকা |
| | ,, নগেন গগৈ |
| ২। টীয়ক ,, ,, | ,, দুগ্ধ নাথ গোস্বামী |
| | ,, গনেশ গোস্বামী |

| | সভাৰ নাম | প্ৰতিনিধিৰ নাম |
|---|---|---|
| ৩। | মৰিয়নী সাহিত্য সভা | শ্ৰী ৰূপেশ্বৰ দেৱশৰ্ম্মা |
| | | ,, হেমচন্দ্ৰ গগৈ |
| | | ,, বংশীধৰ শইকীয়া |
| | | ,, প্ৰমোদ বৰুৱা |
| ৪। | নিতাই পুখুৰী সাঃ সভা | শ্ৰী মনোৰঞ্জন গগৈ |
| | | ,, নকুল শৰ্ম্মা |
| | | ,, ভৱকান্ত দত্ত |
| | | ,, সভাৰাম সাউদ |
| ৫। | ফাৰকাটিং ,, ,, | ,, কমল চন্দ্ৰ হাজৰিকা |
| | | ,, গুণাৰাম খনিকৰ |
| ৬। | চণ্টক ,, ,, | ,, বলীন্দ্ৰ নাথ দত্ত |
| | | ,, দেবেন্দ্ৰ নাথ বৰুৱা |
| ৭। | ৰঙামাটি ,, ,, | ,, প্ৰশান্ত বৰা |
| ৮। | জেউতি ,, ,, | ,, ললিত বৰুৱা |
| ৯। | দিখৌ মুখ ,, ,, | ,, প্ৰশন্ন কুমাৰ দত্ত |
| ১০। | পূব-ঘিলাধাৰী ,, ,, | ,, আনন্দ চন্দ্ৰ শৰ্ম্মা |
| | | ,, শোভন চন্দ্ৰ বৰদলৈ |
| | | ,, উপেন্দ্ৰ নাথ শইকীয়া |
| | | ,, নৰেন্দ্ৰ নাথ শৰ্ম্মা |
| ১১। | দেৰগাওঁ ,, ,, | ,, অম্বিকা ঠাকুৰ |
| | | ,, নগেন ঠাকুৰ |
| ১২। | দা-ধৰা ,, ,, | ,, ভোলা হাজৰিকা |
| ১৩। | চাৰিগাওঁ ,, পৰিষদ | ,, যোগেন নেওগ |
| ১৪। | যোৰহাট-গড়মূৰ সাঃ সভা | ,, দীনেশ্বৰ তাছা |
| | | ,, মহেন্দ্ৰ নাথ দত্ত |
| | | ,, নৰেশ্বৰ বৰা |
| ১৫। | ডিমৌ সাহিত্য সভা | ,, নবীন গোহাঁই |
| | | ,, চন্দ্ৰ চেতীয়া |
| | | ,, মীৰা বৰগোহাঁই |



| | সভাৰ নাম | প্ৰতিনিধিৰ নাম |
|---|---|---|
| ১৬। | গোলাঘাট সাহিত্য সভা | শ্ৰী পোনাৰাম বৰুৱা |
| | | ,, অৰুণ খেৰীয়া |
| ১৭। | চিনামৰা সাহিত্য সভা | শ্ৰী ধনকান্ত নাথ |
| | | ,, পুণ্যধৰ দেৱশৰ্ম্মা |
| | | ,, বালি ৰাম বৰা |
| ১৮। | ৰূপকোঁৱৰ কলা সংঘ | ,, ক্ষিতীশ চন্দ্ৰ ফুকন |
| ১৯। | কাকজান সাহিত্য সভা | ,, ভবেন ভট্টাচাৰ্য্য |
| ২০। | গড়গাওঁ ,, ,, | ,, গুৰু প্ৰসাদ বৰঠাকুৰ |
| ২১। | তিতাবৰ ,, ,, | ,, চক্ৰেশ্বৰ শইকীয়া |
| | | ,, দেবেন বুঢ়াগোহাঁই |
| | | ,, খগেন গগৈ |
| | | ,, কীৰ্ত্তিনাথ শইকীয়া |
| | | ,, মহেন্দ্ৰ নাথ মহন্ত |
| | | ,, সৰু ৰাম শইকীয়া |
| ২২ | ন-আলি ঢেকিয়াজুলি ,, | ,, পৰেশ চন্দ্ৰ বৰুৱা |
| ২৩। | কাকডোঙা সাঃ সভা | ,, পূৰ্ণকান্ত বৰা |
| | | ,, ভৱকান্ত শইকীয়া |
| | | ,, নবীন শইকীয়া |
| ২৪। | নাজিৰা ,, ,, | ,, প্ৰফুল্ল চন্দ্ৰ দত্ত |
| | | ,, ভুলেশ্বৰ বেজবৰুৱা |
| | | ,, লাৱণ্য বেজবৰুৱা |
| | | ,, দুৰ্ল্লভ বুঢ়াগোহাঁই |
| | | ,, বসন্ত দত্ত |
| ২৫। | মোৰগাওঁ ,, ,, | ,, সোণাৰাম দত্ত |

### নগাওঁ জিলা

| | | |
|---|---|---|
| ১। | কলিয়াবৰ সাহিত্য সভা | শ্ৰী পুষ্পকান্ত খাউণ্ড |
| | | ,, অভিৰাম ভূঞা |
| | | ,, গোলাপ শৰ্ম্মা |
| | | ,, লক্ষেশ্বৰ বৰা |

| সভাৰ নাম | প্ৰতিনিধিৰ নাম |
|---|---|
| ১। কলিয়াবৰ সাহিত্য সভা | শ্ৰী শম্ভুৰাম শইকীয়া |
| | ,, লক্ষ্মীনন্দন শইকীয়া |
| | ,, মহেন্দ্ৰ বৰুৱা |
| ২। সোনাইপৰীয়া ,, ,, | ,, তিলক চন্দ্ৰ শইকীয়া |
| | ,, ধীৰেন চন্দ্ৰ ডেকা |
| ৩। ধিং ,, ,, | ,, কৈলাস চন্দ্ৰ শইকীয়া |
| ৪। লামডিং ,, ,, | ,, কমলেশ্বৰ বৰা |
| | ,, সোণকান্ত গোস্বামী |
| | ,, কনক চন্দ্ৰ শৰ্ম্মা |
| | ,, শৈলেন্দ্ৰ চন্দ্ৰ নাথ |
| ৫। পূৰেকুন সাহিত্য সদন | ,, টংকেশ্বৰ মজুমদাৰ |
| | ,, তুলসী ৰাম নাথ |
| | ,, যতীন্দ্ৰ মোহন মহন্ত |
| ৬। ৰূপহী ,, সভা | ,, পূৰ্ণ চন্দ্ৰ গায়ন |
| | ,, ৰোহিত বৰুৱা |
| ৭। মনচুন কলা পৰিষদ | ,, হৰেন দাস |
| | ,, ৰামচৰণ ডেকা |
| ৮। নগাওঁ সাহিত্য সভা | ,, হৰেশ্বৰ গোস্বামী |
| | ,, কালিৰাম শইকীয়া |
| ৯। কামপুৰ আঞ্চলিক ,, সভা | ,, সভাৰাম মজুমদাৰ |
| | ,, সৰুৰাম লস্কৰ |
| ১০। ৰহা আঞ্চলিক সাঃ সভা | ,, ব্ৰজ নাথ বৰদলৈ |
| | ,, কিনা ৰাম নাথ |
| ১১। পুৰণি গুদাম ,, ,, | ,, যুগল চন্দ্ৰ দেৱ গোস্বামী |
| | ,, যতীন্দ্ৰ নাথ শৰ্ম্মা |
| | ,, পুলিন চন্দ্ৰ হাজৰিকা |
| ১২। পূব-কামপুৰ সাহিত্য সভা | শ্ৰী ভোগমন লস্কৰ |



## দৰং জিলা

| সভাৰ নাম | প্ৰতিনিধিৰ নাম |
|---|---|
| ১। ওদালগুৰি সাহিত্য সভা | শ্ৰী ক্ষিতেশ্বৰ শৰ্ম্মা |
| | ,, জগদীশ দাস |
| ২। দেওধনী ঘাট ,, ,, | ,, কিৰণ চহৰীয়া |
| ৩। কলাবাৰী ,, ,, | ,, হৰেশ্বৰ নেওগ |
| | ,, পোনাৰাম শইকীয়া |
| | ,, লক্ষেশ্বৰ ভূঞা |
| | ,, দীন নাথ ভূঞা |
| ৪। টংলা ,, ,, | ,, পৰশুৰাম তালুকদাৰ |
| ৫। ডাঁহী ,, ,, | ,, ভৱকান্ত বৰা |
| | ,, ভুবন চন্দ্ৰ কলিতা |
| ৬। খৈৰাবাৰী ,, ,, | ,, নাগেশ্বৰ ভাগৱতী |
| ৭। মঙ্গলদৈ কলেজ ,, ,, | ,, বসন্ত কুমাৰ গোস্বামী |
| | ,, গিৰীশ গোস্বামী |
| ৮। তেজপুৰ সাহিত্য সভা | ,, বিবোধ কলিতা |
| | ,, নাৰায়ণ দাস |
| | ,, দিলীপ বৰুৱা |
| | ,, সতীশ ভট্টাচাৰ্য্য |
| | ,, লক্ষ্মী শৰ্ম্মা |
| | ,, গোলোক ডেকা |
| | ,, শৈলেন্দ্ৰ মৈত্ৰ |
| ১। ঢেকিয়াজুলি সাঃ সভা | শ্ৰীললিত বৰুৱা |
| | ,, গোলাপ বৰকাকতী |
| | ,, ক্ষীৰদা বৰকাকতী |
| ১০। পূব বিহালী ,, ,, | ,, মদন চন্দ্ৰ কাকতী |
| | ,, গুৰুচৰণ কুৰ্ম্মী |
| ১১। সুৰভি ,, সমাজ | ,, ফণী ভূষণ নাথ |
| ১২। মধ্য জামুগুৰি ,, সভা | ,, কুমুদ বৰকটকী |
| | ,, বদন শইকীয়া |
| | ,, ভৱকান্ত গোস্বামী |

| সভাৰ নাম | প্ৰতিনিধিৰ নাম |
|---|---|
| ১৩। ভৰলী পৰীয়া সাহিত্য সভা | শ্ৰী প্ৰভাত বৰঠাকুৰ |
| | ,, তিলক ভূঞা |
| | ,, ভৱকান্ত শৰ্ম্মা |
| ১৪। মঙ্গলদৈ ,, ,, | ,, গজেন চহৰীয়া |
| | ,, জিতেন্দ্ৰ নাথ চক্ৰৱৰ্ত্তী |
| | ,, কামদেৱ শৰ্ম্মা |
| | ,, ভৰত ডেকা |
| | ,, বিজয়া চক্ৰৱৰ্ত্তী |
| | ,, পুণ্যলতা বৰুৱা |
| | ,, গোবিন্দ ৰাম ডেকা |
| | ,, অৰুণ বৰুৱা |
| | ,, নবীন ৰাভা |

## মিকিৰ পাহাৰ

| সভাৰ নাম | প্ৰতিনিধিৰ নাম |
|---|---|
| ১। হাওৰাঘাট সাঃ সভা | শ্ৰীতিল কান্ত ফুকন |
| | ,, হেম হাজৰিকা |
| ২। সৰিয়হজান ,, ,, | ,, ভূপেন্দ্ৰ কুমাৰ তামুলী |
| ৩। ডিফু ,, ,, | ,, বংশী শইকীয়া |
| | ,, মাখন ৰাজবংশী |
| | ,, খাইৰুল ৰহমান |
| | ,, ব্ৰজেন্দ্ৰ কটকী |
| | ,, মাজিন ডেকা |
| ৪। বালি পথাৰ ,, ,, | ,, বিপিন চন্দ্ৰ মহন্ত |
| ৫। বৈথালাংছ' ,, ,, | ,, শ্ৰীমতী সাথী তেৰণপী |
| | ,, খনচিং তেৰণ |



## কাছাৰ জিলা

| সভাৰ নাম | প্ৰতিনিধিৰ নাম |
|---|---|
| ১। গড়েৰবন্দ সাহিত্য সভা | শ্ৰীৰায়মণি ৰাজবংশী |
| | ,, দেউৰাম কলিতা |
| ২। লক্ষীচ'ৰা ,, ,, | ,, যোগীন্দ্ৰ ৰাজবংশী |
| ৩। শিলচৰ ,, ,, | ,, নিৰঞ্জন মহন্ত |
| ৪। জাপিৰবন্দ ,, ,, | ,, বিপিন চন্দ্ৰ ৰাজবংশী |
| | ,, তাৰিণী কান্ত দাস |
| ৫। নাৰায়ণপুৰ ,, ,, | ,, মন্দ্ৰ মোহন ৰাজবংশী |

## বিবিধ জিলা

| সভাৰ নাম | প্ৰতিনিধিৰ নাম |
|---|---|
| ১। ৰঙাই আঞ্চলিক সাঃ সভা গাৰোপাহাৰ | শ্ৰীশংকৰ চৰণ দাস |
| | ,, ধনীৰাম বৰুৱা |
| | ,, চফিউৰ ৰহমান |
| | ,, মফিজুদ্দিন আহমদ |
| | ,, খগেশ্বৰ হাজং |
| ২। শ্বিলং মুকুল সংঘ ( শ্বিলং ) | ,, দেৱী চৰণ দাস |
| | ,, মতী ৰাধিকা দাস |

———